শ্ৰী শ্ৰী

# কলিযুগৰ কবি দুবুকি

নন্দ তালুকদাৰ

গুৱাহাটী বুক ষ্টল • গুৱাহাটী-৩



BANAPHULAR KABI DOWERAH

*Biography and Critical appreciation by Nanda Talukdar and Published by Bangshidhar Sarmah of Gauhati Book Stall, Gauhati-3. Price Rupees Four only.*

॥ প্ৰকাশক : শ্ৰীবংশীধৰ শৰ্মা ● গুৱাহাটী বুক ষ্টল ● শিলপুখুৰী ● গুৱাহাটী-৩ ॥

॥ প্ৰথম প্ৰকাশ : অক্টোবৰ ১৯৭০ চন ॥

॥ বেটুপাতৰ ছবি আৰু অঙ্গসজ্জা : ত্ৰৈলোক্য দত্ত ॥



॥ ছপা : শ্ৰীৰাধানাথ সাঁতৰা ● সাৰদা প্ৰিন্টিং ৱৰ্কছ ● ঘোষ লেন ● কলিকতা-৬ ॥

॥ মূল্য : চাৰি টকা মাথোন ॥

নিৰ্মালিৰ কবি
বুৰঞ্জীবিদ
ডক্টৰ সুৰ্য্যকুমাৰ ভূঞালৈ
পৰম শ্ৰদ্ধাৰে

## ॥ নিবেদন ॥

'বনফুলৰ কবি দুৰ্গ্গাৰ'ৰ লগত পত্ৰেৰে সম্বন্ধ স্থাপন কৰাৰ সময়ত আমি হাইস্কুলৰ তলশ্ৰেণীৰ ছাত্ৰ। সেই সময়ত কবিজনাৰ বিষয়ে পুথি লিখাৰ কথা আমাৰ মনলৈ অহা নাছিল। শেষ বয়সত আমি যেতিয়া কবিজনাৰ বিষয়ে পুথি লিখাৰ কথা চিন্তা কৰিছিলোঁ, তেতিয়া কবিৰ জীৱনৰ বহু কথাই পাহৰণিৰ গৰ্ভত। যেতিয়া শেষবাৰ কবিৰ সাক্ষাত লাভ কৰোঁ, সিদিনা কবিয়ে আমাক চিনিব নোৱাৰি মাথোন কৈছিল, 'তোমাক চিনো চিনো লাগে মইনা'। তেতিয়াই বুজিছিলোঁ আৰু উপলব্ধি কৰিছিলোঁ এই মহান কবি গৰাকীয়ে আমাৰ মাজৰপৰা আঁতৰি যাবলৈ প্ৰস্তুতি কৰিছে। সঁচাকৈয়ে তাৰ এবছৰ পিচতে কবি স্বৰ্গগামী হয়। তাৰ পিচত আমি দুৰ্গ্গাৰ বিষয়ে এখনি জীৱনী আৰু আলোচনা গ্ৰন্থৰ অভাৱ অনুভৱ কৰি সঙ্কল্প গ্ৰহণ কৰিলোঁ। জীৱনী আৰু আলোচনা গ্ৰন্থ লিখা যিমান সহজ বুলি ভাবিছিলোঁ সিমান সহজ নহয়। সমল সংগ্ৰহ কৰি পুথিখন ৰচনা কৰোঁতে আমাক ছবছৰ লাগিল। পুথিখনিৰ মাজেৰে যদি কবি দুৰ্গ্গাৰ প্ৰতিভা অকণমান প্ৰকাশ কৰিব পাৰিছোঁ, তেন্তে সেই মহত্ব কবিজনাৰ। নিজৰ অজ্ঞতাৰ বাবে যিখিনি মহত্ব প্ৰকাশ কৰিব পৰা নাই তাৰ বাবে স্বৰ্গতঃ কবিজনাৰ আত্মাৰ ওচৰত আৰু সহৃদয় পঢ়ুৱৈৰ ওচৰত আমি ক্ষমা বিচাৰিছোঁ।

পুথিখনি ৰচনাত আমাক বিশেষভাৱে সহায় কৰিছে কবি দুৰ্গ্গাৰ ভতিজা শ্ৰীবসন্তলাল দুৰ্গ্গাই। কবি দুৰ্গ্গাৰ নৰ্বোয়েক শ্ৰীযুতা দীক্ষদালতা দুৰ্গ্গা আৰু তেওঁৰ কন্যা শ্ৰীমতী অঞ্জলী বৰুৱাই দুৰ্গ্গাৰ জীৱনৰ ভালেমান কথাৰ সম্ভেদ আমাক দিছে। শ্ৰীযতিনাৰায়ণ শৰ্ম্মাই দুৰ্গ্গাৰ লগত আদান-প্ৰদান হোৱা ভালেমান চিঠি-পত্ৰ দি সহায় কৰিছে। অধ্যাপক শ্ৰীযোগেশ দাস, অধ্যাপক শ্ৰীযতীন্দ্ৰনাথ গোস্বামী, অধ্যক্ষ শ্ৰীতীৰ্থনাথ শৰ্ম্মা, শ্ৰীহৰেন কলিতা, শ্ৰীৰাজেন্দ্ৰনাথ হাজৰিকা আৰু শিল্পী শ্ৰীত্ৰৈলোক্য দত্তৰ পৰা নানানভাৱে সহায় পাইছোঁ। সকলোটিকে আমাৰ কৃতজ্ঞতা যাচিছোঁ।

গুৱাহাটী বুক ষ্টলৰ স্বত্বাধিকাৰী শ্ৰীবংশীধৰ শৰ্ম্মাই পুথিখনিৰ ছপাৰ দায়িত্ব গ্ৰহণ কৰাৰ বাবে শ্ৰীশৰ্ম্মালৈকো আমাৰ আন্তৰিক শলাগ জনাইছোঁ।

—নন্দ তালুকদাৰ





# উপৰিপুৰুষ ঃ ল'ৰাকাল

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, আজীৱন শিক্ষা সেৱী, কাব্যযোগী যতীন্দ্ৰনাথ দুৱৰা ৰোমাণ্টিক যুগৰ এগৰাকী অন্যতম শ্ৰেষ্ঠ কবি। ওমৰতীৰ্থ, কথা কবিতা, আপোন সুৰ, বনফুল আৰু মিলনৰ সুৰ দুৱৰা ডাঙৰীয়াৰ সাহিত্য কীৰ্ত্তি।

১৯৫৫ খৃঃৰ ২৬ আৰু ২৭ ডিচেম্বৰত গুৱাহাটীত অনুষ্ঠিত অসম সাহিত্য সভাৰ চতুৰ্বিংশতম্ অধিবেশনৰ দুৱৰা সভাপতি। প্ৰথম দিনৰ মুকলি অধিবেশনত সভাপতি বৰণ কৰি আন এগৰাকী প্ৰাক্তন সভাপতি, বুৰঞ্জীবিদ ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা ডাঙৰীয়াই দুৱৰাৰ পৰিচয় দি কৈছিল, "কবি দুৱৰা এজন কবিয়েই নহয়, তেওঁৰ জীৱনটোৱে এটি দীঘলীয়া কবিতা।"

মানুহৰ জীৱনত থাকিব লগা আৰু হব লগা সকলোবিধ গুণ আৰু ঐশ্চৰ্য্যৰে অধিকাৰী আছিল দুৱৰা কবি। শিৱসাগৰৰ সম্ভ্ৰান্ত দুৱৰা-কাকতী বংশৰ, উচ্চ ডিগ্ৰী লাভ কৰা দুৱৰাৰ কায়িক ৰূপটো ক'তো অকণো খতি-খুন নাই। "দৰশিত সুন্দৰ গৌৰ কলেবৰ।" ইচ্ছা কৰিলে দুৱৰাই সহজতে হাকিম মুন্সিফ হব পাৰিলেহেঁতেন। কিন্তু চিৰকুমাৰ দুৱৰাই কোনো চাকৰিকে নকৰি ওৰেটো জীৱন দেশ-বিদেশৰ কাব্য-চৰ্চা কৰি শিক্ষকতাকে জীৱিকা হিচাপে গ্ৰহণ কৰিছিল।

১৮৯২ খৃঃৰ ৪ মাৰ্চ শুক্ৰবাৰে ৰংপুৰৰ দিখৌৰ পাৰৰ আমোলাপটিৰ নিজা ঘৰত যতীন্দ্ৰনাথ দুৱৰাৰ জন্ম। তেওঁৰ পিতৃ চাৰিঙৰ বিখ্যাত দুৱৰা-কাকতী বংশৰ শ্যাম সুন্দৰ দুৱৰা। মাতৃদেৱী ৰায় বৰুৱা বংশৰ পুণ্যদা দুৱৰা। যতীন্দ্ৰনাথ দুৱৰা পিতৃ-মাতৃৰ পেট মোচা সন্তান। তেওঁলোক পাঁচজন ভাই-ককাই আনন্দ সাগৰ, নন্দলাল, ললিত, কুঞ্জলাল, যতীন্দ্ৰনাথ আৰু দুজনী বাই-ভনী আইটি আৰু সৰু আই।

যতীন্দ্ৰনাথ দুৱৰাৰ উপৰি পুৰুষ গৌৰধ্বজ সিংহ। ক্ষত্ৰিয় কুলমণি গৌৰধ্বজ সিংহ কনৌজপুৰৰ অধিবাসী। চতুৰ্দ্দশ শতিকাৰ শেষ ভাগ আৰু পঞ্চদশ শতিকাৰ আগ ভাগত অসমৰ অৱস্থা জয় জয় ময় ময়। তেতিয়া স্বৰ্গদেউ চুহুংমুং বা স্বৰ্গনাৰায়ণ অসমৰ প্ৰবল প্ৰতাপী ৰজা। এওঁক দিহিঙ্গীয়া ৰজা নামেৰেও জনা যায়। অসমৰ এনে জয় জয় ময় ময় অৱস্থা দেখি গৌৰৰ ৰজা হুচেইন চাহৰ লোলুপ দৃষ্টি অসমৰ ওপৰত পৰিল। তুৰ্ব্বকক সেনাপতি পাতি অসম আক্ৰমণ কৰিবলৈ পঠালে। কনৌজপুৰৰ ক্ষত্ৰিয় কুলমণি গৌৰধ্বজ সিংহ এই ৰণ যাত্ৰাতে তুৰ্ব্বকৰ লগত আহি অসম পালেহি।

এই ৰণলৈ হুছেইন চাহৰ সৈন্য শেনটো অহাদি আহিল যদিও ফেঁচাটো যোৱাদি উভতি যাব লগা হল। অসমীয়া সেনাৰ পৰাক্ৰমত তিষ্ঠিব নোৱাৰি তুৰ্ব্বকে মৃত্যু বৰণ কৰিব লগা হল। অসমীয়া সেনাই হুছেইন চাহৰ সেনাক কৰতোৱা নদী পাৰ কৰি থৈ আহিল। তুৰ্ব্বকৰ লগত অহা ভালেমান সেনা নিজ দেশলৈ উভতি নগৈ অসমতে বসবাস কৰিলে। অসমত নিগাজীকৈ থাকি যোৱাসকলৰ ভিতৰত গৌৰধ্বজ সিংহ এজন।

পিচত আহোম স্বৰ্গদেউ আৰু গৌৰৰ বাদচাহৰ মাজত সন্ধি স্থাপন হল। ইতিমধ্যে গৌৰধ্বজে নিজ বিদ্যা বুদ্ধিৰ বলতে স্বৰ্গদেউৰ দৃষ্টি আকৰ্ষণ কৰি প্ৰিয়-পাত্ৰ হৈ পৰিল। গৌড়ৰ বাদচাহৰ লগত মিত্ৰতা স্থাপনৰ পত্ৰ সন্দেশ স্বৰ্গদেউৰ ওৰফে বহন কৰাৰ ভাৰ পৰিল গৌৰধ্বজৰ ওপৰতে। গৌৰধ্বজে নিজ দক্ষতাৰে সুচাৰু ৰূপে সম্পন্ন কৰি ৰজাৰ অধিক প্ৰিয়পাত্ৰ হল। ৰজাই তেওঁক ৰজাঘৰীয়া বিষয়-বাব যাচিলে। কিন্তু গৌৰধ্বজে সেই বিষয়-বাব নিজ যোগ্যতানুসাৰে নোপোৱা যেন দেখি নিজ দেশলৈ উভতি গল।

"এই কথা ৰজাই গম পালত তেওঁক পুনৰ কনৌজপুৰৰ পৰা মতাই আনি অনেক লগুৱা-লিকচৌ আৰু খাট-পাম দি কপিলী নৈৰ দাঁতিত বাস কৰিবলৈ দিলে। পিচত ৰজাই গৌৰধ্বজ সিংহৰ বিচক্ষণ বুদ্ধি-যুক্তিৰ পৰিচয় পাই ৰাজ্যৰ প্ৰধান হিচাপ ৰক্ষক হিচাপে নিযুক্ত কৰে। গৌৰধ্বজ এজন ভাল গণিতজ্ঞ আছিল। ইয়াৰ পিচত তেওঁৰ ক্ষত্ৰিয় কুলোচিত বুদ্ধি-যুক্তি আৰু বল-বিক্ৰমৰ পৰিচয় পাই ক্ষমতা সম্পন্ন এজন সীমান্তবৰ্ত্তী বিষয়া স্বৰূপে নিযুক্ত কৰে। The Social History of Kamrup লিখোতা N. N. Vasuৰ মতে এজন Frontier officer নিযুক্ত হয়। সেই আপাহতে গৌৰধ্বজে দুৱৰা উপাধি পায়।" (দুৱৰা-কাকতী বংশাৱলী)



গৌৰধ্বজে মাটি-বৃত্তি আৰু দুৱৰা খিতাপ লাভ কৰি অসমত নিগাজীকৈ বসতি কৰিলে। পিচত কায়স্থ ভূঞাসকলৰ লগত বৈবাহিক সূত্ৰত আৱদ্ধ হল। গৌৰধ্বজ সিংহই দুৱৰা-কাকতী বংশৰ আদি পুৰুষ। পিচত তেওঁলোকৰ উপাধি দুৱৰা হয়। তেওঁলোক কাশ্যপ গোত্ৰৰ আৰু যজুৰ্ব্বেদ পন্থী।

নিজ বিদ্যা-বুদ্ধিৰ বলত স্বৰ্গনাৰায়ণৰ দিনতে গৌৰধ্বজে গড়গাওঁ নগৰত বসবাস কৰিবলৈ ধৰিলে। গৌৰধ্বজৰ পৰা শ্ৰীৰামলৈকে পাঁচ পুৰুষ গড়গাওঁ নগৰতে বসতি কৰিছিল। গৌৰধ্বজৰ তিনি পুত্ৰ কমলাকান্ত, হৰিচৰণ আৰু হৰিকান্ত জমিদাৰ। কমলাকান্তৰ পুত্ৰ বৃহস্পতি। বৃহস্পতিৰ পুত্ৰ শ্ৰীৰাম বৰকাকতী। শ্ৰীৰামেই চাংকাকতী বিষয়বাব লাভ কৰিছিল। শ্ৰীৰামৰ পৰা বিকো চাংকাকতীৰ দিনলৈকে তেওঁলোকে বংশ মৰ্য্যাদা অটুত ৰাখি কাৰ্য্য পৰিচালনা কৰিছিল।

বিকোৰ পুত্ৰ ৰাম দত্ত দোলা কাষৰীয়া বৰুৱা। এওঁৰে মাজু পুত্ৰ অসমৰ স্বাধীনতা ৰণৰ শ্বহীদ মণিৰাম দত্ত দেৱান বৰ ভাণ্ডাৰ বৰুৱা।

গৌৰধ্বজ সিংহৰ বংশধৰ দুৱৰা কাকতী বংশৰ লোকসকলে উজনি অসমৰ যোৰহাটৰ পৰা চাৰিং, শিৱসাগৰ, ডিব্ৰুগড়লৈকে বিয়পি পৰিছে। এতিয়া অৱশ্যে দুই-চাৰিঘৰ গুৱাহাটীটো নিগাজীকৈ বসতি কৰিছে।

যতীন্দ্ৰনাথ দুৱৰা এই দুৱৰা কাকতী বংশৰে গৌৰধ্বজ সিংহৰ তৃতীয় পুত্ৰ হৰিকান্ত জমিদাৰৰ বংশধৰ। যতীন্দ্ৰনাথ দুৱৰা গৌৰধ্বজ সিংহৰ পৰা দশম পুৰুষ। হৰিকান্তৰ পুত্ৰ মুৰাৰি। মুৰাৰিৰ দুই পুত্ৰ মনোহৰ আৰু কৃষ্ণ। কৃষ্ণৰ পুত্ৰ বিনন্দ। বিনন্দৰ দুই পুত্ৰ সুলক্ষণ আৰু শত্ৰুঘন। সুলক্ষণৰ পুত্ৰ শম্ভুৰাম আৰু ভূলি। শম্ভুৰামৰ চাৰি পুত্ৰ ভাবুৰাম, গোপালচৰণ, লব বৰকাকতী আৰু মাণিকা। মাণিকাৰ চাৰি পুত্ৰ পৰশুৰাম, শ্যাম সুন্দৰ, বিদুৰ আৰু বিষ্ণুপদ। মাণিকাৰ দ্বিতীয় পুত্ৰ শ্যাম সুন্দৰে যতীন্দ্ৰনাথ দুৱৰাৰ পিতৃদেৱতা।

শ্যাম সুন্দৰ দুৱৰা শিৱসাগৰত শ্যাম বাবু বুলি জনাজাত। শ্যাম সুন্দৰ দুৱৰা দেখনিয়াৰ লোক, মিষ্টভাষী আৰু অমায়িক। লক্ষ্মীনাথ বেজবৰুৱাই মিষ্টভাষী শ্যাম সুন্দৰ দুৱৰাৰ কথা তেওঁৰ 'মাতৃমুখ দৰ্শন' প্ৰৱন্ধত উল্লেখ কৰিছে। ব্যৱসায়ত শ্যাম সুন্দৰ দুৱৰা শিৱসাগৰ কছাৰিৰ চিৰস্তাদাৰ আছিল। ১৯০৩ খৃঃত শ্যাম সুন্দৰ দুৱৰা স্বৰ্গী হল। তেতিয়া যতীন্দ্ৰনাথ দুৱৰাৰ বয়স ৯ বছৰ মাথোন। তেওঁ সৰহ দিন পিতৃ-স্নেহ উপভোগ কৰিবলৈ নাপালে। দুৱৰাৰ দ্বিতীয়জন ককায়েক নন্দলাল দুৱৰাৰো মৃত্যু অকালতে। শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা সুখ্যাতিৰে এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতালৈ উচ্চ শিক্ষাৰ বাবে

যাবলৈ আয়োজন কৰিছিল। কিন্তু যাত্ৰাৰ আগমুহূৰ্ত্তত হঠাতে লোকান্তৰ ঘটিল।

সৰুতে যতীন্দ্ৰনাথ দুৱৰাৰ মতা নাম কেদাৰ। দেউতাকে নিজৰ নামৰ লগত মিলাই সোঁৱৰণীৰ নাম ৰাখিছিল শিৱসুন্দৰ দুৱৰা। স্কুলত নাম লিখিবৰ সময়ত কিন্তু কেদাৰ নামকেই লিখা হল। কেদাৰ নামেৰেই কিছুদিন চলিল যদিও সেইনাম মনঃপুত নাছিল। সেই সময়তে চাৰিঙৰ কমল দুৱৰা তেওঁলোকৰ ঘৰলৈ আহিল। কমল দুৱৰা কমল দাৰোগা বুলিহে বিখ্যাত। কমল দুৱৰাই শ্যামসুন্দৰ দুৱৰাক স্কুলীয়া পুত্ৰৰ কি নাম ৰাখিছে সুধিলে। তেওঁ স্কুলত কেদাৰ নাম বখা বুলি কলে। সেই নামটো কেনে লাগিছে বুলি সুধিলত অকণমানি যতীন্দ্ৰনাথে মুখ অন্দোলাই কলে "মোক কি কেদাৰ কেদাৰ বুলি মাত।" কেদাৰ নামটো তেওঁ সমূলি ভাল নাপাইছিল। তেতিয়া কমল দুৱৰাই ভাবি যতীন্দ্ৰনাথ বুলিলে কেনেকুৱা লাগে বুলি সুধিলত তেওঁ ভাল পালে। তেতিয়াৰে পৰা কেদাৰ গুচি যতীন্দ্ৰনাথ হল। অৱশ্যে ঘৰৰ সকলোৰে মনত চেনেহৰ বাপু হৈয়ে থাকিল। আনকি পিচত ভাতিজাকসকলেও 'বাপুদা' বা 'বাপুতা' বুলিহে মাতিছিল। পিচত হেনো কোনোবাই কেদাৰ বুলি মাতিলে বা ধেমালি কৰিলে বৰ বেয়া পাইছিল।

মাক-দেউতাকৰ পেটমোচা সন্তান বাবে দুৱৰা সৰুৰে পৰা সকলোৰে বৰ মৰমৰ। সেইবাবে তেওঁ সৰুৰে পৰা বৰ আলসুৱা। কোনো ধৰণৰ কষ্টকৰ কামকে কৰিব নোৱাৰিছিল। মাকৰ উপৰি সেই সময়ত ঘৰখনত আছিল আনন্দ সাগৰ আৰু ললিত দুৱৰাৰ পত্নী। এই দুগৰাকী মাতৃসমা বৰ-নবৌ আৰু মাজু-নবৌৰ যতীন্দ্ৰনাথ আছিল অতি মৰমৰ। কলেজীয়া জীৱনত কুঞ্জলাল দুৱৰাৰ পত্নী সৰুনবৌ শ্ৰীযুতা দীক্ষদালতা দুৱৰাৰ মৰমো পাইছিল। এইজনা সৰু-নবৌৰ মৰম মৃত্যুৰ শেষ মুহূৰ্ত্তলৈকে পাইছিল।

সকলোৰ মৰমৰ যতীন্দ্ৰনাথক ঘৰৰ কোনো টান কামকে কৰিবলৈ নিদিছিল। দেউতাকৰ মৃত্যুৰ পিচতো ঘৰৰ সকলো কামৰে দায়িত্ব ককায়েকসকলৰ ওপৰত। সেই সময়ত ঘৰত বনকৰা মানুহৰো অভাৱ নাই। এবাৰ ঘৰৰ ওচৰত থকা হাবিলৈ গৈ ককায়েকৰ লগত এডাল কাঠ কান্ধত তুলি লৈ আহিল। তাকে দেখি বুঢ়ীমাকে মূৰে-কপালে হাতদি হুমুনিয়াহ কাঢ়ি কবলৈ ধৰিলে "মই কি চাবলৈ জীয়াই আছো। ঘৰত ইমানবোৰ বনকৰা মানুহ থাকোঁতে বাপুৱে কান্ধত কৰি



কাঠ আনিছে।" ককায়েকসকলে এনেয়ে গাত টোপ এটাকে পৰিব নিদিছিল; তেতিয়াৰে পৰা আৰু একোকে কৰিব নিদিয়া হল।

ডাঙৰলৈকে দুৱৰাক খুওৱা আৰু পিন্ধোৱা ভাৰ বৰনবৌ আৰু মাজু নবৌয়েকৰ ওপৰত। সদায় তেওঁৰ বাবে গাৰুৰ তলত পইচা থব লাগে। সেই পইচাৰে ইটো-সিটো কিনি খায়। ১৯১৭ খৃঃত এদিনৰ ভিতৰতে অগা-পিচাকৈ দুয়ো গৰাকী মাতৃসমা নবৌৰ লোকান্তৰ ঘটিল। বৰনবৌৰ মৃত্যু হয় ৰাতিপুৱা ৬-৩০ বজাত আৰু মাজুনবৌৰ ৰাতি ২-৩০ বজাত। এই দুগৰাকী মাতৃসমা নবৌৰ অকাল মৃত্যু দুৱৰাৰ জীৱনৰ এটি ডাঙৰ আঘাত। পিচত মাজু ককায়েক ললিত দুৱৰাবো লোকান্তৰ হল।

দুৱৰাৰ ডাঙৰজনী বায়েক আইটি কেশৱ বৰুৱাৰ প্ৰথমা পত্নী; শ্ৰীভবেশ বৰুৱাৰ ডাঙৰ মাক। দ্বিতীয় গৰাকী বায়েক সৰুআই শিৱসাগৰৰ বলিয়া ঘাটৰ চন্দ্ৰনাথ কাকতীৰ (চম্পক কাকতী) সহধৰ্ম্মিনী। এজনী কন্যা সন্তানৰ জন্ম হোৱাৰ পিচতে এই গৰাকী বায়েকৰো মৃত্যু হয়। এই কন্যা গৰাকীয়ে সাহিত্য সভাৰ প্ৰাক্তন সভাপতি নকুল চন্দ্ৰ ভূঞাৰ সহধৰ্ম্মিনী। দুৱৰাই তেওঁক 'কুইন' বুলিহে মাতিছিল। তেওঁৰ নাম শ্ৰীমতী কুমুদেশ্বৰী ভূঞা।

দুৱৰাৰ পঢ়াশলীয়া শিক্ষা আৰম্ভ হয় শিৱসাগৰ ছাত্ৰবৃত্তি স্কুলত। তেওঁ সৰুতে দেখিবলৈ যেনেকুৱা ধুনীয়া মৰম লগা, পঢ়া-শুনাটো তেনে চোকা বিধৰ ল'ৰা। দুৱৰাই তেওঁৰ পঢ়াশলীয়া শিক্ষা আৰম্ভ কৰিব লগা হৈছিল বঙলা ভাষাৰ মাধ্যমেৰে। বঙলা বৰ্ণমালাই তেওঁৰ পঢ়াশলীয়া প্ৰথম পুথি।

পিচত দুৱৰাই শিৱসাগৰ চৰকাৰী হাইস্কুলত নাম লিখে। শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰাই ১৯০৯ খৃঃত সুখ্যাতিৰে এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয়।

দুৱৰাৰ স্কুলীয়া দিনৰ কথা সুঁৱৰি নকুল চন্দ্ৰ ভূঞা ডাঙৰীয়াই লিখিছিল— ১৯০৩—৪ চনৰ কথা। তেতিয়া দুৱৰাৰ ঘৰৰ বাৰীৰ সীমাতে, দেউতাই অস্থায়ী ঘৰ এখন কৰি আছিল গৈ। মোৰ বয়স সাত বছৰমান হব। মোক তেতিয়া দুখীয়া স্কুলত পঢ়িবলৈ দিছিল। তেতিয়াৰ ভালেমান কথা এতিয়াও মনলৈ আহে। দুৱৰা তেতিয়া হাইস্কুলৰ ছাত্ৰ। কোন শ্ৰেণীৰ ছাত্ৰ নেজানিছিলো। দুৱৰা যে পঢ়াত চোকা আছিল সেইটো সকলোৰে মুখত শুনিছিলো। দুৱৰাৰ চেহেৰা মৰম লগাকৈ ধুনীয়া আছিল। নগৰৰ আপোন-পৰ সকলোৱে দুৱৰাক 'বাপু' বুলি মাতিছিল। সেয়েই পাচত ভাতিজাকসকলৰ মুখত 'বাপুদা' বা 'বাপুতা' হলগৈ।"

ডুৱৰাই স্কুলত বঙলা ভাষাৰে পঢ়িব লগা বাবে মনত বৰ বেজাৰ পাইছিল। তেতিয়াৰ দিনত ফোৰ্থক্লাচৰ (আজিকালিৰ সপ্তমমান) পৰাহে সংস্কৃত পাঠ্যক্ৰমৰ অন্তৰ্গত। তেওঁ শিৱসাগৰৰ চৰকাৰী হাইস্কুলত পঢ়া সময়ত সেই স্কুলৰ প্ৰধান শিক্ষক ৰামমোহন মিত্ৰ। দৰাচলতে সেই সময়ত আইন মতে বঙলা ভাষাৰ কৰাল গ্ৰাসৰ পৰা উদ্ধাৰ পাইছিল। কিন্তু ভিতৰি ভিতৰি স্কুল আদালতত বঙলা ভাষাহে চলিছিল। সেইবাবে ডুৱৰাৰ মনত বৰ আক্ষেপ। এদিন তেওঁক প্ৰধান শিক্ষক ৰামমোহন মিত্ৰই সুধিলে—"তুমি যে মাতৃভাষা মাতৃভাষা কৰ, মাতৃভাষা আবাৰ কি?"

ডুৱৰাই তেতিয়া টপৰাই উত্তৰ দিলে "মাকৰ কোলাত শুই কেচুৱাই পিয়াহ খাওঁতে পোন প্ৰথমতে যিটো ভাষাৰে আই বুলি মাতিবলৈ শিকে, সেয়ে তাৰ মাতৃভাষা। ই স্বৰ্গতো অধিক। ডুখৰ বিষয় আমি সেই মাতৃভাষাৰ পৰা বঞ্চিত।" এইবুলি কৈ অকণমানি ল'ৰাটোৱে হুক হুককৈ কান্দি পেলালে। তেতিয়া হেনো ৰামমোহন মিত্ৰই মূৰত হাত বুলাই শান্ত্বনা দিছিল "তুমি পাৰবে, তোমাৰ মাতৃভাষা আবাৰ ফিৰি আচবে। তুমি আৰ কাদনা।".

ডুৱৰাৰ কবিতা ৰচনাৰ হেঁপাহ নিচেই সৰুকালৰে পৰা। পোনতে স্কুলৰ হাতে লিখা আলোচনীত দুই-এটা কবিতা ৰচনা কৰিছিল। হাইস্কুলত ইংৰাজী পঢ়া সময়ত যেতিয়াই যিটো ভাল লাগিছিল তাকেই নিজৰ ভাষালৈ আনিবলৈ যত্ন কৰিছিল। 'স্মৃতিৰ পৰশত' সেই বিষয়ে তেওঁ লিখিছে "আমাৰ দিনত অসমত বঙলা ভাষা চলাৰ কাৰণেই আমি সৰুতে আমাৰ সেই মাতৃভাষা অসমীয়া পঢ়িবলৈ নাপালো। আমি স্কুলত বঙলাহে পঢ়িছিলো। তেতিয়াৰ দিনত Fourth Classৰ পৰাহে বঙলাৰ ঠাইত সংস্কৃত পঢ়িব লগা হৈছিল। সেই কাৰণেই তেতিয়াৰ পৰাই মাতৃভাষালৈ এটা প্ৰবল অনুৰাগ হল। তাৰ ফলতেই ইংৰাজী পঢ়োতে যেতিয়াই যিটো ভাল লাগিছিল তাকেই নিজৰ ভাষালৈ আনিবলৈ চেষ্টা কৰিছিলো।"

হাইস্কুলত ইংৰাজী পঢ়িয়ে Second Bookত Twinkle twinkle little star, How I wonder what you are কবিতাটি পঢ়ি তাৰ অসমীয়া ভাঙনি কৰে—

চিকিমিকি চিকিমিকি সৰু তৰাটিৰ
কেনেকৈ শোভা কৰে ওখ আকাশত
চিকমিক কৰি কৰি হীৰাৰ দৰে জলি



লাহে লাহে পৃথিবীক দিছেহি পোহৰ
যেতিয়াই সূৰ্য্যদেৱ পশ্চিমলৈ যায়
চিকমিক কৰি থকা গোটেই ৰাতিটি।

কবিতাটো পোনতে মুখে মুখে অনুবাদ কৰি পিচত এখন কাগজত লিখি দেউতাক শ্যামসুন্দৰ ডুৱৰাক দেখুৱায়। দেউতাকে বেণুধৰ ৰাজখোৱাক দেখুৱাবলৈ কলে। বেণুধৰ ৰাজখোৱা তেতিয়া শিৱসাগৰত ভূমি হাকিম (চব ডেপুটি কলেক্টৰ)। ৰাজখোৱা ডুৱৰাৰ বৰ ককাইদেউ আনন্দ সাগৰ ডুৱৰাৰ অন্তৰঙ্গ বন্ধু। শিৱসাগৰত চাকৰি কৰা সময়ত তেওঁলোকৰ ঘৰলৈ প্ৰায় আহিছিল। ডুৱৰাই কবিতা লিখা কাগজখন হাতত লৈ ৰাজখোৱাৰ কাষে কাষে ফুৰিছিল। "মই হাতত অসমীয়া অনুবাদটো এখন কাগজত লেখি লৈ, তেওঁৰ কাষে কাষে ফুৰিছিলো। মনত ইচ্ছা আছিল যেন তেখেতে মোৰ হাতৰ পৰা খুজি নিয়ক।" তেখেতে মই হাতত কাগজখন লৈ ফুৰা দেখি সুধিছিল "চাওঁ বাপু হাতত সেইখন কি দিয়াচোন।" সেই সময়ত মই সকলোকে "তুমি" বুলি উত্তৰ দিছিলো। মই কলো 'নেদেখুৱাও তোমাক' অৰ্থাৎ তেখেতে নিজে হাতৰ পৰা নিয়ক : আৰু তেখেতে নিলেও আৰু পঢ়ি কলে, "বৰ ভাল লাগিল বাপু, আৰু লেখিবা।" সেই সময়ত তেনে উৎসাহ পাই কেইটামান লাগ-বান্ধ নোহোৱা কবিতা নিজেও লেখিছিলো। কি লেখিছিলো নিজেও পাহৰিলো। ৰাজখোৱা ডাঙৰীয়াৰ পৰাই কবিতা লিখাত মই জীৱনত প্ৰথম উৎসাহ পাওঁ। এয়ে 'জোনাকী' যুগৰ এজন মানুহৰ লগত মোৰ প্ৰথম সম্পৰ্ক।" (স্মৃতিৰ পৰশ)

সেই সময়ত ডুৱৰাৰ বয়স আঠ ন বছৰ মাত্ৰ। দেউতাকে হেনো একোটি কবিতাৰ বাবে একোটা পানতোৱা, ৰসগোল্লা দিছিল। পিচত হাইস্কুলৰ হাতে লিখা আলোচনীত দুই-চাৰিটা কবিতা লেখিছিল। ৰাজখোৱাৰ উপৰিও ডুৱৰাক সৰুকালত প্ৰেৰণা যোগোৱা আন এজন মহৎ ব্যক্তি শিৱসাগৰৰ ফণীধৰ চলিহা।

সেই সময়ত শিৱসাগৰ ছাত্ৰসকলৰ মাজত বালাশ্ৰম আৰু ছাত্ৰসভা নামৰ এখন আলোচনা সভা আছিল। সভাখন বহিছিল প্ৰতি দেওবাৰে। ডুৱৰা সভালৈ প্ৰায়ে যায় যদিও কাৰো লগত কথা-বতৰা নকয়। অকলে মনে মনে বহি থাকে। অৱশ্যে মাজে মাজে ডুৱৰাই দুই-এটা কবিতা পাঠ কৰিছিল।

# কলেজীয়া জীৱন ঃ গুৱাহাটী

১৯০৯ খৃঃত তুয়ৰা সুখ্যাতিৰে এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হল। ঘৰৰ সকলোটিৰে মহা আনন্দ। সকলোটিয়ে 'বাপু'ক উচ্চ শিক্ষাৰ বাবে কলিকতালৈ পঠিয়াবলৈ থিৰ কৰিলে। ককায়েকসকলৰ এনেয়ে মৰমৰ 'বাপু'। তাতে আকৌ দেউতাকে ঢুকাবৰ সময়ত হেনো কৈ গৈছিল "বাপুক তহঁতে পঢ়ুৱাবি"। সেইবাবে অতি সোনকালে যাত্ৰাৰ বাবে যো-জা কৰিলে।

তেতিয়াৰ দিনত গুৱাহাটী-কলিকতালৈ জাহাজেৰে অহা যোৱা কৰিছিল। শিৱসাগৰৰ পৰা দিচাংমুখলৈ আহি জাহাজত উঠিব লাগে। দিচাংমুখ তেতিয়াৰে পৰা জাহাজঘাট। তুয়ৰাই উপেন্দ্ৰনাথ শৰ্ম্মা, ভোলানাথ কাকতী আৰু জামায়েৎ উদ্দিনৰ লগত আহিবলৈ ওলাল। মাকে আহিবৰ সময়ত লগৰীয়াসকলক কলে "মোৰ বোপাইক তোমালোকক গতালো। তোমালোকে চাবা।" মাকৰ কথা পুত্ৰৰ পৰা সপ্তাহত এখনকৈ চিঠি পাব লাগিব। তুয়ৰাই ঘৰৰ পৰা গৈ তেনেদৰে চিঠি দিছিলে। কেতিয়াবা যদি চিঠি অহাত পলম হল মাকে গৈ কীৰ্ত্তি পণ্ডিত আৰু সহদেৱ পণ্ডিতৰ হতুৱাই মঙ্গল চোৱায়। কিজানি সুদূৰত থকা পুত্ৰৰ কিবা অসুখ-বিসুখ হৈছে। চিঠি পালেহে শান্ত হয়।

প্ৰথম যাত্ৰাত তুয়ৰাৰ কলিকতালৈ যোৱা নহল। অসমত তেতিয়া একমাত্ৰ উচ্চ শিক্ষাৰ অনুষ্ঠান গুৱাহাটীৰ কটন কলেজ। ১৯০৯ খৃঃত যতীন্দ্ৰনাথ তুয়ৰাই গুৱাহাটী কটন কলেজৰ আই-এ শ্ৰেণীত ভৰ্ত্তি হৈছিল। সেই বছৰতে বুৰঞ্জীবিদ ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা আৰু নিজৰাৰ কবি শৈলধৰ ৰাজখোৱা ডাঙৰীয়া এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজৰ আই-এ শ্ৰেণীত ভৰ্ত্তি হৈছিল। তুয়ৰাৰ কটন কলেজত সৰহ দিন পঢ়া নহল। কিন্তু অতি কম সময়ৰ ভিতৰতে তেওঁ তেতিয়াৰ কটন কলেজৰ অধ্যক্ষ চুডমাৰ্চন চাহাবৰ প্ৰিয়পাত্ৰ হব পাৰিছিল।



কটন কলেজত তেতিয়া দুটা মাত্ৰ ছাত্ৰাবাস, এটা হিন্দু লৰাৰ বাবে আৰু আনটো মুছলমান লৰাৰ বাবে। হিন্দু লৰাৰ ছাত্ৰাবাসটো বৰ্ত্তমান ১নং ছাত্ৰাবাসৰ ওচৰতে। মুছলমান লৰাৰ ছাত্ৰাবাসটো ওচৰৰে এটি ভাৰা ঘৰত। হিন্দু ছাত্ৰাবাসৰ চুপাৰিণ্টেণ্ডেণ্ট চুনীলাল দে (চুনীবাবু) আৰু মুছলমানটোৰ আবদুলা আবু ছৈয়দ। তেতিয়াৰ ছাত্ৰাবাসবোৰ অধ্যক্ষৰ পোনপটীয়া তত্বাৱধানত।

কিছুদিন কটন কলেজত পঢ়াৰ পিচত যি কোনো কাৰণতেই নহওক তুয়ৰাৰ ভাল নালাগিল। কটন কলেজৰ শিক্ষা সিমানতে সামৰণি মাৰি কলিকতালৈ গল। তুয়ৰা কিমান দিন কটন কলেজত পঢ়িছিল সেই বিষয়ে সঠিককৈ জনা নাযায়। কিছুমানৰ মতে তেওঁ কটন কলেজৰ পৰাই আই-এ পাছ কৰিছিল। তাৰ পিচত কলিকতালৈ যায়।

## কলিকতা

কলিকতালৈ গৈ তুয়ৰাই স্কটিছ চাৰ্চ কলেজত ভৰ্ত্তি হল। ডক্টৰ আৰ্কুহাট তেতিয়া স্কটিছ চাৰ্চ কলেজৰ অধ্যাপক। পিচত অধ্যক্ষ হয়গৈ। অতি অলপ দিনৰ ভিতৰতে তুয়ৰা ডক্টৰ আৰ্কুহাটৰ প্ৰিয়পাত্ৰ হ'ল। ডক্টৰ আৰ্কুহাট দৰ্শনৰ অধ্যাপক। তুয়ৰা আকৌ দৰ্শনৰ ছাত্ৰ নহয়। তেওঁ বুৰঞ্জী আৰু অৰ্থনীতিৰহে ছাত্ৰ।

১৯১১ খৃঃত তুয়ৰাই স্কটিছ চাৰ্চ কলেজৰ পৰাই সুখ্যাতিৰে আই-এ পাছ কৰিলে। পিচত পুনৰ স্কটিছ চাৰ্চ কলেজতে বি-এ পঢ়িলে। বি-এ শ্ৰেণীটো তেওঁৰ বিষয় বুৰঞ্জী আৰু অৰ্থনীতি। তুয়ৰা দৰ্শনৰ ছাত্ৰ নহলেও মাজে মাজে ডক্টৰ আৰ্কুহাটৰ শ্ৰেণীত পিচৰ পিনে বহি থাকে। ডক্টৰ আৰ্কুহাটে কেনেদৰে হাতখন ঘূৰাই পকাই Philosophy বুলি বক্তৃতা দিয়ে তুয়ৰাই পিচত সহপাঠীসকলক অঙ্গী-ভঙ্গীৰে দেখুৱাই ধেমালি কৰে। এদিন তেনেদৰে কলেজৰ বাৰাণ্ডাত অঙ্গী-ভঙ্গীৰে ধেমালি দেখুৱাই আছে; এনেতে পিচপিনৰ পৰা আন এটি ক্লাচলৈ ডক্টৰ আৰ্কুহাট পাৰ হৈ যায়। ডক্টৰ আৰ্কুহাটে তেতিয়া "যতীন্দ্ৰ মোক যাব দিয়া" (Well Jatindra let me go) বুলি বাটটো মোকোলাই হাঁহি হাঁহি পাৰ হৈ গ'ল। তুয়ৰাই সিদিনা বৰ লাজ পালে আৰু সিদিনাৰে পৰা অঙ্গী-ভঙ্গী দেখুৱা বন্ধ হ'ল।

তুয়ৰা কলিকতালৈ গৈয়ে লক্ষ্মীনাথ বেজবৰুৱাৰ লগত ঘনিষ্ঠ সম্বন্ধ স্থাপন কৰিলে। শিৱসাগৰতো বেজবৰুৱা আৰু তুয়ৰা পৰিয়ালৰ মাজত বেছ মিলা-প্ৰীতি

সদ্ভাব আছিল। অকল বেজবৰুৱা দুৱৰা পৰিয়ালেই নহয় তেতিয়া শিৱসাগৰৰ আমোলাপটিৰ বাসিন্দাসকল এটা পৰিয়ালৰ দৰে আছিল। বেজবৰুৱা কলিকতাৰ পৰা শিৱসাগৰলৈ আহিলে দুৱৰাৰ ঘৰলৈ যায়। দুৱৰাৰ মাকে বেজবৰুৱাক পেটমোচা লৰাটো চকু দিবলৈ সকিয়াই থাকে। সেয়েহে সৰুৰে পৰা দুৱৰাক বেজবৰুৱাই বৰ মৰম কৰিছিল। কলিকতাত সেই ঘনিষ্ঠতা বেছি গাঢ় হল। বেজবৰুৱা দুৱৰাৰ মাজত সেই ঘনিষ্ঠতা, অন্তৰঙ্গ ভাব মৃত্যুৰ আগ মুহূৰ্ত্তলৈকে অটুট আছিল। বেজবৰুৱা আৰু দুৱৰাৰ মিলনক মণিকাঞ্চন সংযোগ বুলি কব পাৰি। অসমৰ পৰা কোনো অসমীয়া ছাত্ৰ কলিকতালৈ গলেই দুৱৰাই বেজবৰুৱাৰ লগত চিনাকি কৰি দিয়ে। পদ্মধৰ চলিহা কলিকতালৈ যোৱাত দুৱৰাই নি বেজবৰুৱাৰ লগত চিনাকি কৰি দিছিল। পদ্মধৰ চলিহাই সেই কথা আত্মজীৱনীত উল্লেখ কৰিছে "তেখেতৰ প্ৰিয়পাত্ৰ শ্ৰীযতীন্দ্ৰনাথ দুৱৰা কৰিয়ে যেতিয়া মোক চিনাকি কৰি দিলে তেখেতে কান্ধত হাত চপৰিয়াই মৰম কৰিলে আৰু তেতিয়াৰ পৰা সদায় মোক ঘৰুৱা নামেৰে 'সোণটি' বুলি সম্বোধন কৰিব ধৰিলে।"

চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী, পদ্মনাথ গোহাঞিবৰুৱা, তৰুণৰাম ফুকন আদিৰ লগতো ঘনিষ্ঠ সম্বন্ধ স্থাপন হল। চন্দ্ৰকুমাৰ আগৰৱালাই দুৱৰাক পোনতে 'যদু' বুলি মাতিছিল। পিচত প্ৰায়বোৰেই যদু কৰি বোলা হল। জ্ঞানদাভিৰাম বৰুৱাই তেওঁক সদায় 'যদু' বুলিয়ে মাতিছিল। যদু কৰি এটি পোছাকী সম্ভাষণ।

১৯১৩ খৃঃত দুৱৰাই স্কটিচ চাৰ্চ কলেজৰ পৰাই বি-এ পাছ কৰিলে। স্কটিছ চাৰ্চ কলেজত পঢ়া সময়ত দুৱৰা উক্ত কলেজৰ ছাত্ৰাবাসতে আছিল।

বি-এ পাছ কৰি দুৱৰাই কলিকতা বিশ্ববিদ্যালয়ৰ আইন কলেজত পঢ়িছিল। আইন পঢ়া সময়ত পোনতে ১৯১৪ খৃঃত বাদুৰ বাগান ৰোত থকা টোমোৰি মেমোৰিয়েল ছাত্ৰাবাসত ( The Tomory Memorial Hostel, 5 Badur Bagan Row ) থাকিবলৈ লৈছিল। পিচৰ বছৰত ১৯১৫ খৃঃত ওগিলভি হোষ্টেলত ( The- Ogilvie Hostel, 31/2 Hurtukibagan Lane ) বাস কৰিছিল।

দুৱৰাই কলিকতা বিশ্ববিদ্যালয়ত তিনি বছৰে আইন পঢ়িছিল যদিও আইন পৰীক্ষা দিয়া নহল। দুৱৰাই কলিকতা বিশ্ববিদ্যালয়ত আইনৰ লগতে এম্-এ পঢ়া বুলিও কোৱা হয় যদিও এম-এ পঢ়িছিল নে নাই সেই বিষয়ে সঠিক জনা নাযায়।



বেজবৰুৱাই কলিকতাৰ পৰা যেতিয়া বাঁহী আলোচনীখন উলিয়ায় দুৱৰা তেতিয়া কলেজীয়া ছাত্ৰ। বেজবৰুৱাই বাঁহী উলিওৱাৰ মূলতে দুৱৰা প্ৰমুখ্যে কেইজনমান কলিকতীয়া অসমীয়া ছাত্ৰ। ১৯০৯ খৃঃৰ আগষ্ট মাহ। কলিকতাৰ মিৰ্জাপুৰ ষ্ট্ৰীটৰ লায়েক জুবিলি ইন্‌ষ্টিটিউটৰ এটা খোটালীত প্ৰবাসুৱা অসমীয়া ছাত্ৰসকল আৰু দুজনমান ভদ্ৰলোক লগ হৈছিল। সভাপতি যোৰহাটৰ শ্ৰীবিনন্দী চন্দ্ৰ ফুকন। সভাত গীত কবিতা আবৃত্তি কৰাৰ পিচত আলোচনা কৰিলে কলিকতা এ এছ এল ক্লাবক সক্ৰিয় কৰাৰ কথা। সভাপতিয়ে আঙুলিয়ালে যদি জোনাকী কাকতখন সভাৰ যোগেদি উলিয়াবলৈ গাত লয় তেতিয়া হলে-তেওঁ যথাসাধ্য সহায় কৰিব। এই প্ৰতিশ্ৰুতি পাই ছাত্ৰসকল উৰুলিকৃত হল। কলিকতাৰ মিৰ্জাপুৰ ষ্ট্ৰীটৰ অসমীয়া ছাত্ৰৰ এটি খোটালীৰ আবেলিৰ চাহমেলতে এদিন জন্ম হৈছিল জোনাকী আলোচনীৰ। অসমীয়া সাহিত্যত সণ্টালনীকৈ নৱন্যাস সাহিত্যৰ বাৰ্ত্তাবহন কৰিছিল জোনাকী আলোচনীয়ে।

দুৱৰাই সিদিনাৰ কথা স্মৰণ কৰি লিখিছে "আমি আনন্দত উৰুলীকৃত হৈ পৰিলো। পাঁচ ছয়দিন মানৰ পিচতে আমি পাঁচজন শ্ৰীযুত ভোলানাথ কাকতি, নীলমণি ফুকন, ৰোহিণীকুমাৰ চৌধুৰী, পূৰ্ণানন্দ পাঠক আৰু লগতে ময়ো হেয়াৰ ষ্ট্ৰীটৰ অফিচত বেজবৰুৱাদেৱক দেখা কৰি সকলো কথা বিবৰি কলোহঁক। তেখেতে সকলো শুনি হাঁহি মাৰি কলে "তোমালোকে প্ৰৱন্ধ গোটাবা, সম্পাদনা কৰিবা, তাৰ পিচত যোৰহাটলৈ পঠাবা। তাত ছপা হৈ আকৌ কলিকতা পাবহি। তাৰ পিচত আকৌ তোমালোকে বিলাবা। থোৱাহে তোমালোকৰ এইবিলাক তিনি-ফেৰেঙনীয়া কথা। কাকত উলিয়াব খুজিছা যদি তিনি মাহৰ কাৰণে দিয়া মোক ছটা ছটাকৈ ওঠৰটা প্ৰবন্ধ। মই উলিয়াই দিম কাকত।" আমিও গাত লৈ তেখেতে দিয়া চাহ আৰু মিঠাইৰ সদব্যৱহাৰ কৰি ঘৰমুৱা হলো।....তাৰ এমাহ মানৰ পিচত যেতিয়া আমি গৈ ওঠৰটাৰ ঠাইত বাইশটামান প্ৰৱন্ধ তেখেতৰ হাতত দিলো, তেখেতে কলে "তোমালোক বৰ দুষ্ট লৰা। মই তেতিয়া ফেৰোহনি মাৰি তোমালোকক উৰুৱাই দিছিলো পাচে তোমালোকে ভাল ফান্দত পেলালা।" মই তেতিয়া কলো "আমাৰ ফালে হলে হাতীৰ দাঁত এবাৰ ওলালে আৰু নোসোমায়। আপোনালোকৰ কলিকতীয়া হাতীৰ দাঁত কোন ধৰণৰ কব নোৱাৰো।" "তোমালোকৰ বিধৰ দৰেই বাৰু প্ৰৱন্ধবোৰ থৈ যোৱা। মই পৰহিলৈ ঝাড়চোগড়ালৈ যাব লাগিব। দেখা যাওক কি কৰিব পৰা যায়। আমিও হাঁহি বিদায় লৈ আহিলো। পিচত শুনিবলৈ পালো আমি দিয়া প্ৰৱন্ধবোৰ বাচি

সাল-সলনি কৰি শুধৰাই দিবলৈ সময় নোহোৱাত তেখেতৰ নিজৰ লিখা প্ৰবন্ধ-বিলাক বাচোতেও হেনো ৰাতি দুই বাজি গৈছিল।"

১৯০৯ খৃঃৰ শেষভাগ, ১৮৩১ শক আঘোণ মাহত এনেদৰেই বাঁহীৰ জন্ম। আৰু বাঁহীৰ জন্মলগ্নৰে পৰা বেজবৰুৱাৰ লগত দুৱৰা জড়িত। বাঁহীৰ সম্পাদনাৰ আঁৰত দুৱৰা আছিল বেজবৰুৱাৰ সোঁহাত স্বৰূপ। আহিঁ কাকত চোৱাৰ পৰা ডাকত বাঁহী পঠিয়ালৈকে প্ৰায়বোৰ কামকে দুৱৰাই কৰিছিল। প্ৰথম সংখ্যা বাঁহী অকল বেজবৰুৱাৰ প্ৰবন্ধৰে প্ৰকাশ হৈছিল। শ্ৰীবেণুধৰ শৰ্ম্মাৰ ভাষাত কবলৈ হলে—"বাঁহীৰ বেজবৰুৱা আছিল বহি সম্পাদক আৰু যতীন দুৱৰা আছিল উঠি সম্পাদক।"

প্ৰথম ভাগৰ পৰা নৱম ভাগলৈ বাঁহী কলিকতাৰ পৰাই ছপা কৰি উলিয়ায়। দুৱৰাৰ লগত আলোচনা কৰি দশম ভাগৰ পৰা বাঁহীৰ পৰিচালনাৰ ভাৰ চন্দ্ৰকুমাৰ আগৰৱালাৰ ওপৰত দিয়ে। ১৯১৮ খৃঃত চন্দ্ৰকুমাৰ আগৰৱালাই ডিব্ৰুগড়ৰ পৰা অসমীয়াখন উলিয়ায়। সেই সময়ত দুৱৰাও ডিব্ৰুগড় জৰ্জ ইনষ্টিটিউটৰ সহকাৰী শিক্ষক। দুৱৰা আকৌ বাঁহীৰ লগত জড়িত হৈ পৰিল। অসমীয়া কাকত আৰু নিউপ্ৰেছ ডিব্ৰুগড়ৰৰ পৰা গুৱাহাটীলৈ অহাত বাঁহীখন গুৱাহাটীৰ পৰা প্ৰকাশ হবলৈ ধৰিলে। কিছুদিন প্ৰকাশ হোৱাৰ পিচত বাঁহী নিৰৱ হল।

তেতিয়া শ্ৰীঅমিয়কুমাৰ দাসে নিজে বাঁহীখন উলিয়াবলৈ মন কৰি অনুমতি বিচাৰিলে। সেই বিষয়ে দুৱৰা আৰু ডক্টৰ বাণীকান্ত কাকতিকো লেখিবলৈ কলে। দুৱৰাই সেই বিষয়ে বেজবৰুৱালৈ লিখাত উত্তৰত তেওঁ লিখিলে—

"কাকতিৰো চিঠি পাইছো তোমাৰো পালো। দুফালৰ পৰা দুজন ডেকা অধিকাৰৰ তাপত বুঢ়া অধিকাৰ লৰক ফৰক। তোমালোক দুয়ো যি ভাল দেখিছা তাকে কৰা। মোৰ অমত হবলৈ কোনো কাৰণ নাই। মাথোন মনত ৰাখিবা—"বাঁহী মোৰ মানস প্ৰতিমা। আলাই আথানি হোৱা দেখিলে মই বৰকৈ বেজাৰ পাম।"

কলিকতাতে দুৱৰাৰ বাসভৱনত বেজবৰুৱা আৰু অমিয়কুমাৰ দাসৰ সাক্ষাৎ হয়। তেতিয়াৰে পৰা কিছুকাল বাঁহী অমিয়কুমাৰ দাসৰ সম্পাদনাত ওলায়।

বেজবৰুৱাই কলিকতাৰ পৰা বাঁহী উলিওৱাৰ আগতে তেজপুৰৰ পৰা পদ্মনাথ গোহাঞি বৰুৱাই ঊষা উলিয়াইছিল (১৯০৭ খৃঃ)। তেতিয়া দুৱৰা স্কুলীয়া ছাত্ৰ। ঊষাত ছদ্ম নামত দুৱৰাৰ দুই-এটি কবিতা প্ৰকাশ হৈছিল। ঊষাত



ছদ্মনামত প্ৰকাশ হোৱা দুই-এটি কবিতা আৰু গোহাঞি বৰুৱাৰ পৰা পোৱা উৎসাহেই আগ বয়সৰ ৰচনাৰ প্ৰেৰণাৰ উৎস। "স্বৰ্গীয় পদ্মনাথ গোহাঞি বৰুৱাৰ "ঊষাতো" মোৰ দুই-এটি কবিতা ছদ্মনামেৰে প্ৰকাশ হৈছিল। তেখেতেও মোক কবিতা লিখাত যথেষ্ট উৎসাহ দিছিল।" ঊষাতে প্ৰকাশ পাইছিল দুৱৰাৰ 'নিৰাশা' নামৰ কবিতা এটি। এইটোৱে সম্ভৱতঃ দুৱৰাৰ প্ৰথম প্ৰকাশিত কবিতা। কবিতাটোৰ তলত কবিৰ ছদ্মনাম শ্ৰীয, দ। দুৱৰাৰ নিৰাশা কবিতাৰ প্ৰত্যুত্তৰত অম্বিকানাথ বৰাই ঊষাতে 'আশা' নামৰ আন এটি কবিতা ৰচনা কৰি শুনাইছিল আশাৰ বাণী।

দুৱৰাৰ প্ৰকৃত সাহিত্যিক জীৱন আৰম্ভ হয় বাঁহীৰ মাজেৰে বেজবৰুৱাৰ অনুপ্ৰেৰণাত। বেজবৰুৱাই উদগনি দি হেনো কৈছিল "লিখি যোৱা লিখি যোৱা ভাল হলে থাকি যাব বেয়া হলে হাতৰ খজুৱতি পলাব।" দুৱৰাৰ কথা কবিতাৰ প্ৰথম আৰম্ভন বাঁহীৰ পাততে। কথা কবিতা ৰচনাৰ ক্ষেত্ৰত ডক্টৰ বাণীকান্ত কাকতিয়ে প্ৰেৰণা যোগাইছিল। চন্দ্ৰকুমাৰ আগৰৱালা, আনন্দ চন্দ্ৰ আগৰৱালা আৰু তৰুণ ৰাম ফুকনৰ পৰা যথেষ্ট প্ৰেৰণা পাইছিল। ১৯৩৩ খৃঃত কথা কবিতা প্ৰকাশ হয়। কথা কবিতাৰ পাতনি লেখিছিল ডক্টৰ বাণীকান্ত কাকতিয়ে।

১৯১৬ খৃঃত বেজবৰুৱা ৱাৰ্ড কোম্পানীৰ চাকৰিত সোমায়। ১৯১৭ খৃঃৰ পৰা সম্বলপুৰত নিগাজীকৈ থাকিবলৈ লয়। বেজবৰুৱা কলিকতাৰ পৰা বাহিৰত থকা কালচোৱাৰ বাঁহীৰ প্ৰুফ আদি চোৱাৰ সকলো দায়িত্ব দুৱৰাৰ ওপৰত। ১৯১৬ খৃঃত গুৱাহাটীত বেজবৰুৱাৰ পৌৰহিত্যত অসম ছাত্ৰ সম্মিলনৰ প্ৰথম অধিবেশন আৰম্ভ হয়। সুদূৰ কলিকতাৰ পৰা বেজবৰুৱাৰ লগত আহি দুৱৰায়ো ছাত্ৰ সম্মিলনত যোগদান কৰিছিল। ছাত্ৰ সম্মিলনৰ জন্মলগ্নৰ লগতো দুৱৰা জড়িত। 'ভাষণমালাত' সন্নিৱিষ্ট 'অসম ছাত্ৰ সম্মিলনৰ চমু ইতিবৃত্ত'ত শ্ৰীমোহন চন্দ্ৰ মহন্তই দুৱৰাৰ কথা উল্লেখ কৰিছে—"এই সম্মিলনৰ বাবে যিসকলে দেহে কেহে কাম কৰি ইয়াক প্ৰতিষ্ঠা কৰিলে তাৰ ভিতৰত চন্দ্ৰনাথ শৰ্ম্মা, অম্বিকানাথ বৰা, সৰ্ব্বেশ্বৰ শৰ্ম্মা কটকী, জ্ঞাননাথ বৰা, চন্দ্ৰকান্ত সন্দিকৈ, ধীৰেশ্বৰ ভট্টাচাৰ্য্য প্ৰভৃতিৰ নাম উল্লেখযোগ্য। গণেশ হাজৰিকা, যতীন্দ্ৰনাথ দুৱৰা আৰু যোগেশ চন্দ্ৰ তামুলীয়েও উৎসাহেৰে কাৰ্য্য কৰিছিল।"

এদিনৰ কথা। তুন্নৰা আৰু 'অৰুণ' মানে ডাক্তৰ ভুবনেশ্বৰ বৰুৱা গৈছিল বেজবৰুৱাৰ হাওৱাৰ বাসভৱন লৰেল্চলৈ। ডাক্তৰ বৰুৱা তেতিয়া কলিকতা মেডিকেল কলেজৰ ছাত্ৰ। তুন্নৰাই বেজবৰুৱাৰ ঘৰলৈ আবেলি প্ৰায়ে ফুৰিবলৈ যায়। সিদিনা ঘৰত বেজবৰুৱানী আৰু ছোৱালী কেইজনী নাছিল। বেজবৰুৱাই তেওঁৰ বিহাৰী লগুৱাটোক চাহ মিঠাইৰ লগতে 'দুটো আণ্ডা বয়েল কৰকে লে আও' বুলি কৈ মেলত বহিল। অসমীয়া ডেকালৰাক পালে বেজবৰুৱাৰ কথাৰ অন্ত নাই। ৰাজভগনৰ পৰা কলথোকা বাহুলিয়ে খোৱালৈকে নানান হাঁহি-ধেমালিৰ কথা পাতে।

সময়ত চাহ-মিঠাই আহিল। কিন্তু বয়েল কৰা আণ্ডা অৰ্থাৎ সিজোৱা ডিমা নাহিল। তুন্নৰা আৰু বৰুৱাৰ চাহ খোৱা প্ৰায় হলেই। বেজবৰুৱাৰ খং উঠিল। ভোৰ ভোৰাই উগ্ৰমূৰ্ত্তি ধৰি ৰান্ধনিঘৰ পালেগৈ। অলপ পিচত হাঁহি হাঁহিহে উভতি আহিল। বেজবৰুৱাই 'আণ্ডা বয়েল' নকৰাৰ বাবে ধমক দিবলৈ ধৰিলে তেতিয়া বিহাৰী লগুৱাটো মিচিক মিচিককৈ হাঁহি আছিল। পিচত হেনো সি কলে বাবু আণ্ডাৰ পৰা বয়েল কৰিব পাৰিলে অৰ্থাৎ ডিমাৰ পৰা বলধ গৰু কৰিব পাৰিলে সি আহি লোকৰ ঘৰত চাকৰি কৰিব নালাগে। তেওঁলোকৰ দেশত বহুত আণ্ডা পোৱা যায়। সেইবোৰকে বয়েল অৰ্থাৎ বলধ কৰি ধন ঘটিব পাৰিলেহেঁতেন।

আৰু এদিনৰ কথা। তুন্নৰা সান্ধ্য ভ্ৰমণৰ পিচত বেজবৰুৱাৰ হাওৱাৰ ঘৰ লৰেল্চলৈ গৈছিল। তুন্নৰা বেজবৰুৱাৰ ঘৰলৈ গলে নানান ধেমালি কৰে। বেজবৰুৱাই সিদিনা তেওঁৰ লগুৱা ফটিকক শিকাই থলে তুন্নৰাক চাহ খাবলৈ দিলে চকিৰ তলেৰে মনে মনে গৈ যেন ভৰিত চিকুটি দিয়ে। আৰু মুখেৰে কুন কুনকৈ মহৰ নিচিনা শব্দ কৰে। তুন্নৰাই টেবুলত বহি চাহ খাবলৈ ধৰোতে ফটিকে শিকাই দিয়া মতে দিলে ভৰিত চিকুটি। তুন্নৰাই 'মোক কিহবাই কামুৰিলে' বুলি লৰালৰিকৈ পহুলি মুখলৈ লৰি আহি ফোপাবলৈ ধৰিলে। তুন্নৰাক তেনে অতিষ্ঠ হোৱা দেখি বেজবৰুৱায়ো ধেমালি কৰি দিলে মূৰত পানী এলোটা ঢালি। পিচত ভিতৰলৈ নি মেজৰ তলত ফটিকক দেখুৱাই শান্ত কৰিলে।

মাজতে তুন্নৰাই এবাৰ দীঘল চুলি (কাৰ্লিং হেয়াৰ) ৰাখিছিল। বেজ-বৰুৱাই দীঘল চুলি ৰখা ভাল পোৱা নাছিল। এদিন সন্ধিয়া তুন্নৰা লৰেল্চলৈ যাওতে বেজবৰুৱাই কাপোৰৰ তলত কেচি এখন লুকুৱাই লৈ চুলি কাটিবলৈ উদ্যত হল। উপায় নাপাই তুন্নৰাই দিলে দৌৰ। পিচে পিচে বেজবৰুৱাই দিলে শিশুপাল খেদা। লৰেল্চৰ চাৰিও পিনে তুন্নৰা দৌৰি ফুৰিছিল। সেই দৃশ্য দেখি



বেজবৰুৱাৰ জীয়ৰী কেইজনীৰ আনন্দৰ সীমা নাই। শেষত যেনিবা প্ৰজ্ঞাসুন্দৰী দেৱী ওলাই আহি সেই যাত্ৰাৰ পৰা ৰক্ষা কৰিলে।

শ্ৰীশঙ্কদেৱৰ তিথিৰ দিনা বেজবৰুৱাৰ কলিকতাৰ ঘৰত সদায়ে উছৱ পতা হয়। সেই উছৱত কলিকতা প্ৰবাসী প্ৰায়বোৰ ছাত্ৰ-ছাত্ৰী আৰু বিশিষ্ট অসমীয়াৰ সমাগম হয়। উছৱত বেজবৰুৱাই নিজে ভোৰতাল লৈ তিনি চাৰি ঘণ্টা ধৰি নাম কীৰ্ত্তন কৰিছিল। অসমীয়া ধৰণে প্ৰসাদ বিতৰণ কৰিছিল। আৰু শেষত এটি ভোজৰো দিহা কৰিছিল। এই উছৱৰ সকলো আয়োজনতে বেজবৰুৱাৰ সোঁহাত স্বৰূপ আছিল তুন্নৰা।

১৯১৬ খৃঃত পদ্মধৰ চলিহাই কলিকতা বিশ্ববিদ্যালয়ৰ পৰা এম-এ ডিগ্ৰী লাভ কৰিছিল। সেই সময়ত যাদৱ চলিহা কলিকতাতে। মাজে মাজে পদ্মধৰ চলিহা, যাদৱ চলিহা আৰু তুন্নৰা কলিকতাত একেলগে ফুৰা-চকা কৰে। তুন্নৰাই আবেগত অধিৰ হৈ মাজে মাজে কবিতা গাই যায়। তিনিও লগ হৈ কহিনুৰ থিয়েটাৰত গোটেই নিশা অভিনয় উপভোগ কৰিছিল। এদিন গোটেই নিশা অভিনয় চাই উভতি আহোঁতে বাটতে পদ্মধৰ চলিহাৰ এম-এ ৰ খবৰ পালে।

## শিক্ষকতা ঃ স্কটিছ চাৰ্চ্চ কলেজিয়েট স্কুল

ডক্টৰ কাকতিৰ কথাত কবলৈ হলে "আইন কলেজত তিনি বছৰ খৰালি খোৱা হৈ গ'লত, অসমীয়া ছাত্ৰ সমাজত জনাজাত হ'ল যে দুৱৰাই আৰু আইন ব্যৱসায় নকৰে। তেখেত স্কটিছ চাৰ্চ্চ কলেজিয়েট স্কুলৰ শিক্ষক হিচাপে কলিকতাতে থাকিব।"

স্কটিছ চাৰ্চ্চ কলেজিয়েট স্কুলতেই দুৱৰাৰ শিক্ষকতাৰ পাতনি। একুৰি চাৰি বছৰ বয়সত আৰম্ভ হোৱা শিক্ষকতাকে দুৱৰাই গোটেই জীৱন মোৰ বুলি ললে। ডক্টৰ কাকতিয়ে কোৱাৰ দৰে "দুৱৰা অসমীয়া সমাজৰ নামজ্বলা পৰিয়ালৰ লৰা; তেতিয়াৰ দিনত ইচ্ছা কৰিলেই হাকিম বা মুন্সুপ এটি সহজেই হব পাৰিলেহেঁতেন।"

যতীন্দ্ৰনাথ দুৱৰা শিৱসাগৰৰ শ্যামসুন্দৰ দুৱৰাৰ দুমলীয়া সন্তান। শ্যামসুন্দৰ দুৱৰা এসময়ৰ শিৱসাগৰৰ কাছাৰীৰ চিৰস্তাদাৰ। তেতিয়া শিৱসাগৰ জিলাৰ সদৰ ঠাই শিৱসাগৰ। কিন্তু দুৱৰাই কোনো ধৰণৰ চৰকাৰী চাকৰিলৈকে মন নেমেলিলে।

স্কটিছ চাৰ্চ্চ কলেজিয়েট স্কুলত তেওঁ শিক্ষকতাৰ পাতনি ৰচিলে যদিও প্ৰথম অৱস্থাত সৰহ দিন কাম কৰা নহল। শ্ৰীনীলমণি ফুকনৰ আহ্বানত ডিব্ৰুগড়লৈ আহিল। শ্ৰীফুকন তেতিয়া ডিব্ৰুগড় জৰ্জ্জ ইন্‌ষ্টিটিউটৰ প্ৰধান শিক্ষক। ১৯১১ খৃঃৰ পৰা ১৯২৫ খৃঃ লৈকে সুদীৰ্ঘ ১৪ বছৰ এই স্কুলতে তেওঁ প্ৰধান শিক্ষক হিচাপে কাম কৰি স্কুলখনৰ এটি গঢ় দিছিল।

### ডিব্ৰুগড় জৰ্জ্জ ইন্‌ষ্টিটিউট

১৯১৭ খৃঃৰ জুলাই মাহত ফুকনৰ আহ্বান মতে দুৱৰা জৰ্জ্জ ইন্‌ষ্টিটিউটলৈ আহিল। স্কুলৰ চৌহদতে এটি ঘৰ সাজি দুৱৰাক থাকিব দিয়া হৈছিল।



তেতিয়া বেজবৰুৱাই দুৱৰালৈ লিখা চিঠিত সম্ভাষণ কৰিছিল My dear Mr. Beginner of Activity বুলি। অসমৰপৰা আঁতৰি সুদূৰ সম্বলপুৰত থাকি "তোমাৰ আসাম নিবাস দেখি সেই অৱস্থা পাবৰ মন যায়" বুলি বেজবৰুৱাই আক্ষেপ কৰিছিল। বাঁহীখন তেতিয়া চন্দ্ৰকুমাৰ আগৰৱালাৰ দ্বাৰা ডিব্ৰুগড়ৰ পৰাই ছপা হৈ ওলাইছিল। বাঁহীৰ প্ৰবন্ধবোৰ মাথোন বেজবৰুৱাই দুৱৰালৈ পঠিয়াই দিয়ে। দুৱৰাই প্ৰবন্ধ আৰু প্ৰুফ আদিও চাই মেলি দিয়ে।

ডিব্ৰুগড়ত দুৱৰা অকল স্কুলৰ চাৰিসীমাৰ মাজতে সীমাৱদ্ধ নহয়। বিহু, শ্ৰীশঙ্কৰদেৱৰ উছৱ আদি ৰাজহুৱা জীৱনতো দুৱৰাই আগভাগ লৈছিল। সেই কালছোৱাৰ কথা সুঁৱৰি নকুলচন্দ্ৰ ভূঞা ডাঙৰীয়াই লিখিছে,—"তেতিয়া দেখিছিলোঁ ডিব্ৰুগড়ৰ বয়সীয়াৰ পৰা লৰা-ছোৱালীলৈকে সকলোৱে দুৱৰাৰ ঘৰলৈ আহিছিল। দুৱৰা যেন সকলোৰে আদৰৰ আৰু চেনেহৰ মানুহ আছিল। দুৱৰাৰ ব্যৱহাৰ সকলোলৈকে সমান আছিল। সকলোকে তেখেতৰ আত্মীয় স্নেহ শ্ৰদ্ধা দিয়া চকুত পৰিছিল। সকলোৱে যেন দুৱৰাৰ অতি আপোন আছিল। কোমল অন্তৰৰ উম যেন সকলোৱেই অনুভৱ কৰি দুৱৰাক অতি আপোন বুলিও আদৰি লৈছিল। সকলোকে আকৰ্ষণ কৰিব পৰা দুৱৰাৰ ধুনীয়া মুখৰ চেহেৰা, মৰমিয়াল কথা, চেনেহী আহ্বান, সুন্দৰ হাঁহিৰ উজ্জ্বল চকু দুটিয়েই সকলোকে মুহিব পাৰিছিল।"

দুৱৰা ডিব্ৰুগড়লৈ অহা বছৰতে অৰ্থাৎ ১৯১৭ খৃঃৰ ডিচেম্বৰ মাহত শিৱসাগৰত পদ্মনাথ গোহাঁঞি বৰুৱাৰ সভাপতিত্বত অসম সাহিত্য সভাৰ জন্ম। ডিব্ৰুগড়ৰপৰা শ্ৰীনীলমণি ফুকন, অম্বিকাগিৰী ৰায়চৌধুৰী আদিৰ লগত দুৱৰায়ো প্ৰতিনিধি হিচাপে যোগদান কৰিছিল। সাহিত্য সভাৰ জন্ম-লগ্নৰ লগতো দুৱৰা জড়িত।

১৯১৮ খৃঃৰ ডিচেম্বৰ মাহত অসম ছাত্ৰ সন্মিলনৰ তৃতীয় অধিবেশন ডিব্ৰুগড়তে অনুষ্ঠিত হয়। ছাত্ৰ সন্মিলনৰো সভাপতি আছিল পদ্মনাথ গোহাঁঞি বৰুৱা। দুৱৰাই-ছাত্ৰ সন্মিলনতো সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰিছিল।

১৯১৭ খৃঃতে দুৱৰাৰ এটি পাৰিবাৰিক দুৰ্য্যোগ ঘটে। তেওঁৰ মাতৃসমা বৰ নবৌ, মাজু নবৌৰ এদিনৰ ভিতৰতে অগাপিচাকৈ লোকান্তৰ হয়। ইয়াৰ পিচত মাজু ককায়েক ললিত দুৱৰাৰো মৃত্যু হয়। দুৱৰাৰ জীৱনত এই ঘটনাৰ বাবে ডাঙৰ আঘাত পাইছিল।

দুৱৰা জৰ্জ্জ ইন্‌ষ্টিটিউটত শিক্ষকতা কৰা সময়তে জ্যোতিপ্ৰসাদ আগৰৱালা সেই স্কুলৰ ছাত্ৰ। চন্দ্ৰকুমাৰ আগৰৱালাই হেনো দুৱৰাক কৈছিল, "জ্যোতিক

চাবা।" এনেয়ে জ্যোতিপ্ৰসাদ তুৱৰাৰ মৰমৰ ছাত্ৰ। সিদিনাৰ পৰা যেন দায়িত্ব আৰু বাঢ়িল।

এদিনৰ কথা। তুৱৰাই ক্লাছত পঢ়ুৱাই আছে। ইপিনে শেষৰ বেঞ্চত বহি জ্যোতিপ্ৰসাদে কিবা লিখি আছে। তুৱৰাই মৰমেৰে সুধিলে, "জ্যোতি কি কৰিছা?"

"ছাৰ এলজেব্ৰা কৰিছোঁ।" জ্যোতিয়ে তপৰাই উত্তৰ দিলে।

জ্যোতিপ্ৰসাদে এলজেব্ৰা কৰা বুলি সহজভাৱে লৈ তুৱৰাই পঢ়ুৱাই থাকিল। অলপ পিচতে কাষৰ লৰা এজনে চিঞৰি উঠিল—"নহয় ছাৰ, জ্যোতিয়ে ইংৰাজী গানৰ নোটেছন কৰিছে।"

তুৱৰাই চকীৰপৰা উঠি গৈ চাই দেখিলে হয় এলজেব্ৰাৰ বহীত জ্যোতিয়ে ইংৰাজী গানৰ নোটেছন কৰিছে। জ্যোতিপ্ৰসাদৰ সঙ্গীতৰ প্ৰতি ৰাপ নিচেই সৰুকালৰে পৰা। সৰুকালত জ্যোতিপ্ৰসাদে তুৱৰাৰপৰা নানাভাৱে প্ৰেৰণা লাভ কৰিছিল।

বহুবছৰ পিচত এদিন তুৱৰাৰ লগত জ্যোতিপ্ৰসাদৰ দেখা হ'ল। জ্যোতিপ্ৰসাদৰ বয়স তেতিয়া তুকুৰি আঠ বছৰ। মৃত্যুৰ দুৱাৰ দলিত। জ্যোতিপ্ৰসাদক লগ পাই তুৱৰা কাষ চাপি গ'ল। জ্যোতিপ্ৰসাদৰ মুখখন শুকান। মানুহজনো ক্ষীণাইছে। জ্যোতিপ্ৰসাদে কাষ চাপি আহক চাৰি আঁতৰিহে গ'ল আৰু ক্ষীণ হাঁহি এটা মাৰি কলে, "ছাৰ মোক নুচুব, মোৰ টিবি হৈছে।"

মৰমৰ জ্যোতিপ্ৰসাদৰ নিজ মুখত এনে নিদাৰুণ কথা শুনি তুৱৰা স্তম্ভিত হ'ল —"সিদিনা জ্যোতিৰ মুখত তেনে কথা শুনি মোৰ যেন হিয়া ভাঙি পৰিছিল। আপোনাআপুনি মোৰ চকুৰপৰা চকুলো বৈ গৈছিল। ইয়াৰ কিছুদিন পিচত শুনিলোঁ জ্যোতিপ্ৰসাদ আৰু ইহ সংসাৰত নাই।"

তুৱৰাই জৰ্জ্জ ইন্ষ্টিটিউটত শিক্ষকতা কৰা সময় মাত্ৰ চাৰি বছৰ। ১৯২২ খৃঃৰ জানুৱাৰী মাহত পুনৰ কলিকতালৈ যাত্ৰা কৰিলে। তুৱৰাৰ শ্ৰদ্ধাভাজন পুৰণি শিক্ষক ডক্টৰ অৰ্কুহাৰ্টে তেওঁক মাতি পঠিয়ালে পুনৰ স্কটিছ চাৰ্চ্চ কলেজিয়েট স্কুলত শিক্ষকতা কৰিবলৈ। তুৱৰাই সেই আহ্বান গ্ৰহণ কৰিলে।

তুৱৰাই বি-এ পঢ়াৰ সময়ৰে পৰা জৰ্জ্জ ইন্ষ্টিটিউটত চাকৰি কৰাৰ সময়লৈকে জীৱনত বহুধৰণে আঘাত পাবলগা হৈছিল। আত্ম-পৰিজনৰ মৃত্যুজনিত আদি বহু ধৰণৰ আঘাতে একুৰি আঠবছৰ বয়সীয়া তুৱৰাক জুৰুলা কৰিছিল। যাৰ ফলত তুৱৰা হৈ পৰিছিল সংসাৰৰ প্ৰতি সম্পূৰ্ণ উদাসীন—চিৰকুমাৰ।



তুৱৰাৰ অন্তৰৰ আঘাত ইমান তীব্ৰ হৈ উঠিছিল যে আঘাতৰ বেদনাই তেওঁক একপ্ৰকাৰ মৌন কৰি তুলিছিল। আনকি তেওঁৰ গুৰু স্বৰূপ বেজবৰুৱাৰ কাষতো তেওঁৰ মৌনতা ভঙ্গ হোৱা নাছিল। যি বেজবৰুৱালৈ চিঠি লিখিলে কথাৰ অন্ত নাছিল, সেইজন গুৰু-স্বৰূপ বেজবৰুৱালৈ লিখা চিঠিও আছিল অতি চমু আৰু সৌজন্য প্ৰকাশক মাত্ৰ।

ডিব্ৰুগড় ১৯. ১২. ২১

শ্ৰীচৰণেষু,

টকা পালোঁ—কবলৈ কথা নাই—কি কম। বুজি ল'ব। মোৰ সেৱা গ্ৰহণ কৰিব।

আপোনাৰ মৰমৰ

যতীন্দ্ৰ

X-mas বন্ধৰ ভিতৰত যাম।

J. D.

বেজবৰুৱাই তেওঁৰ বেদনাৰ কথা অনুভৱ কৰিব পাৰিছিল। পৰিয়ালবৰ্গলৈ লিখা চিঠিত সেই কথাৰ আভাস পোৱা যায়—"য—আৰ চিঠি লেখে না। কেন কে জানে। বড্ডই fickle minded," ২৫।১২।২১। য—মানে যতীন্দ্ৰনাথ তুৱৰা।

অৱশ্যে বেজবৰুৱাৰ ওচৰত তুৱৰাৰ এই অভিমান সৰহ দিন নাথাকিল। পুনৰ ফল্গুধাৰাৰ দৰে প্ৰবাহিত হ'ল। আৰু মৃত্যুৰ আগ মুহূৰ্ত্তলৈকে অব্যাহত থাকিল।

# স্কটিছ চাৰ্চ্চ কলেজিয়েট স্কুল

দুৱৰা পুনৰ ১৯২২ খৃঃৰ জানুৱাৰী মাহত কলিকতালৈ উভতি গ'ল। কলিকতালৈ উভতি গৈ স্কটিছ চাৰ্চ্চ কলেজিয়েট স্কুলতে শিক্ষকতা কৰিলে। ১৯৪৭ খৃঃলৈ সুদীৰ্ঘ একুৰি পাঁচ বছৰ কাল এইখন স্কুলৰ শিক্ষক হিচাপে কাম কৰিলে। এই সুদীৰ্ঘ কালছোৱাত দুৱৰা অকল স্কটিছ চাৰ্চ্চ কলেজিয়েট স্কুলৰ চাৰিসীমাৰ মাজতে সীমাবদ্ধ নাছিল। বিভিন্ন দেশৰ ভাষা-সাহিত্য অধ্যয়ন কৰি অধ্যয়নপুষ্ট মনেৰে দুৱৰাই ৰচনা কৰিলে বিবিধ কাব্য।

স্কটিছ চাৰ্চ্চ কলেজিয়েট স্কুলত দুৱৰাক নিযুক্ত কৰিলে বুৰঞ্জীৰ শিক্ষক হিচাপে। পিচত তেওঁ বুৰঞ্জীৰ মুখ্য শিক্ষক হ'ল। স্কুলৰ স্কাউটবো দুৱৰা আছিল এজন প্ৰশিক্ষক। স্কটিছ চাৰ্চ্চৰ আলোচনীখনৰ জন্ম-লগ্নৰ লগতো দুৱৰা জড়িত। অকল জড়িতই নহয় আলোচনীখনৰ প্ৰথম সম্পাদক দুৱৰা। স্কুলখনৰ ছাত্ৰ শিক্ষক সকলোৰে দুৱৰা আছিল অতি প্ৰিয়।

স্কটিছ চাৰ্চ্চ কলেজিয়েট স্কুলত শিক্ষকতা কৰাৰ উপৰিও ডক্টৰ আৰ্কুহাৰ্টে দুৱৰাক নিযুক্ত কৰিলে লেডী জেন ডাণ্ডাজ হোষ্টেলৰ ছুপাৰিণ্টেণ্ডেণ্ট। স্কটিছ চাৰ্চ্চ কলেজিয়েট স্কুলৰ শিক্ষক হিচাপে দৰ্মহা ৬০৲ টকা আৰু হোষ্টেল ছুপাৰিণ্টেণ্ডেণ্ট হিচাপে দৰ্মহা ১৫৲ টকা। লেডী জেন ডাণ্ডাজ হোষ্টেল নামটো চাই ছোৱালী হোষ্টেল যেন লাগে যদিও দৰাচলতে লৰাৰ হোষ্টেলহে। ১৯৩২ খৃঃলৈ দহবছৰ কাল উক্ত হোষ্টেলৰ দায়িত্ব বহন কৰিছিল। ১৯৩২ খৃঃৰ ৪ এপ্ৰিল তাৰিখে কলিকতাৰ ৰাজপথত দুৱৰাৰ সাংঘাতিক মটৰ দুৰ্ঘটনা হয়। প্ৰায় ৩॥ মাহ হস্পিতালত থাকিব লগা হয়। তেতিয়াৰেপৰা উক্ত হোষ্টেলৰ দায়িত্বৰ-পৰা অব্যাহতি লয়।

দুৱৰা স্কটিছ চাৰ্চ্চ কলেজিয়েট স্কুলত যোগদান কৰাৰ পিচত লক্ষ্মীধৰ শৰ্ম্মা কলিকতালৈ এম-এ পঢ়িবৰ বাবে আহে। কলিকতাত লক্ষ্মীধৰ শৰ্ম্মাৰ লগতো দুৱৰাৰ



প্ৰগাঢ় বন্ধুত্ব গঢ়ি উঠে। লক্ষ্মীধৰ শৰ্ম্মাই তেওঁৰ জীৱন স্মৃতিত সেই কথা উল্লেখ কৰিছে—"শ্ৰীযুত যতীন্দ্ৰনাথ দুৱৰাৰ কথা আগৰ পৰা শুনিলেও আৰু কেতিয়াবা তেখেতক দেখিলেও ১৯২৩ চনৰপৰা তেখেতৰ লগত মোৰ বিশেষ বন্ধুত্ব হয় আৰু ১৯২৩ চনৰপৰা ১৯২৬ চনলৈকে মই কলিকতাত থকা সময়খিনিত প্ৰায় প্ৰতি ৰবিবাৰে তেখেতৰ সুন্দৰ কোঠাটোত কটাইছিলোঁ। সময়ে অসময়ে চাহৰ আড্ডা তাত লাগিয়েই আছিল। তেখেতৰ জৰীয়তে ডাণ্ডাজ হোষ্টেলৰ বহু লৰা মোৰ বন্ধু হয় আৰু তাৰ বহু মধু স্মৃতিয়ে এতিয়াও মোক সন্তোষ দিয়ে। দুৱৰাদেৱৰ 'ওমৰ খায়াম' একৰকম মোৰ চকুৰ আগতে লিখা হোৱা কিতাপ। আমাৰ এই বন্ধুত্বই মোৰ সেই সময়ৰ কলিকতীয়া জীৱনত এটা সুন্দৰ ৰহণ সানি দিছিল। কত ৰকমৰ সম্ভৱ অসম্ভৱ চৰ্চ্চাত যে আমাৰ সময় গৈছিল তাক ভগবানেহে জানে।"

লক্ষ্মীধৰ শৰ্ম্মাৰ জৰীয়তে তেওঁৰ বন্ধু ইছমাইলৰ লগতো দুৱৰাৰ প্ৰগাঢ় বন্ধুত্ব গঢ়ি উঠে। লক্ষ্মীধৰ শৰ্ম্মাই কলিকতা বিশ্ববিদ্যালয়ৰপৰা এম-এত প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ উত্তীৰ্ণ হৈছিল।

১৯২৪ খৃঃৰ অক্টোবৰ মাহত পূজাৰ বন্ধত দুৱৰা সম্বলপুৰলৈ ফুৰিবলৈ যায়। পূজাৰ বন্ধটো বেজবৰুৱাৰ লগতে কটায়। সেই বছৰতে অৰ্থাৎ ১৯২৪ খৃঃৰ ডিচেম্বৰ মাহৰ শেষ ভাগত গুৱাহাটীত অসম সাহিত্য সভাৰ সপ্তম অধিবেশন অনুষ্ঠিত হয়। লক্ষ্মীনাথ বেজবৰুৱা উক্ত অধিবেশনৰ সভাপতি। বেজবৰুৱাই সাহিত্য সভাৰ অধিবেশনৰ বাবে সভাপতিৰ ভাষণখন লিখি চাই-চিতি কলিকতাত ছপাবলৈ ভাৰ দিয়ে দুৱৰাক। এই কামত দুৱৰাক সহায় কৰিছিল অমিয়কুমাৰ দাস, লক্ষ্মীধৰ শৰ্ম্মা আৰু হেমচন্দ্ৰ বৰুৱা আদিয়ে। অভিভাষণখনি কলিকতাত দুটা প্ৰেছত ছপাইছিল। দুৱৰাই বেজবৰুৱাৰ অভিভাষণখনিৰ শেষৰফালে হাত ফুৰাইছিল। বিনয়সহকাৰে দুৱৰাই বেজবৰুৱালৈ লিখা চিঠিত সেই কথা উল্লেখ কৰিছে।

কলিকতা ১৩.১২.১৯২৪

শ্ৰীচৰণেষু,

আপোনাৰ দুয়োখনি চিঠিয়ে যথাসময়ত পালোঁ। ইমানদিন আপোনাৰ address খন লৈ ব্যস্ত থকাত উত্তৰ দিব পৰা নাছিলোঁ—আশাকৰোঁ দোষ ক্ষমা কৰে যেন। address খন বৰ বিতোপন হৈছে। লথীইঁতে কৈছে যে ইমান

comprehensive address অসম সাহিত্য সভাত কেতিয়াও পঢ়া হোৱা নাই। সেই কাৰণে ছপোৱাৰ অনুমতিৰ কাৰণে অনুমতি বিচাৰিছিলোঁ। কাৰণ ই এটা piece of literature হব। আৰু ইয়াৰ প্ৰত্যেক points বিলাকৰ ওপৰতে ভবিষ্যত লেখাৰুসকলে একো একোখন নতুন ৰচনা লেখিব পাৰিব। addressটো অলপ দীঘল হৈছে যদিও মানুহ tired নহয়। ছপোৱাতহে বৰ দিগদাৰত পৰিলোঁ; কাৰণ দুটা প্ৰেছত ছপাবলৈ দিলোঁ; এটাই সাহ নকৰে। আপোনাৰ ৭৫ পৃষ্ঠালৈকে সকলো ঠিক আছে। তাৰ পাছত য'ত চাকৰিসম্বন্ধে আৰু অসম প্ৰৱাসী বঙালীসকলৰ সম্বন্ধে বৰ দীঘলকৈ লেখা আছে, সেইটো অলপ digression হোৱাত আৰু আচল বিষয়ৰ লগত সম্বন্ধ নথকাত আৰু প্ৰেছেও ছাপিব নোৱাৰো বোলাত সেই দুটা points অলপ মই touch কৰি conclusionটো নিজে লেখিবলগীয়া হ'ল—নিজে মানে আপোনাৰ পুৰণা লেখাবিলাকৰ permutation combination কৰি দিয়া হ'ল। কাৰণ আপুনি conclusion একেবাৰে নেলেখিলে। সেইটো মোলৈকে থৈছিল নেকি? আৰু এটা কথা অসম সাহিত্য সভাৰ প্ৰায়বিলাক চাকৰিয়াল মানুহ—presidential speechত তেওঁলোকৰ মনত বেজাৰ দিয়াৰ কি আৱশ্যক? আচল বিষয়টোৰ পৰা বহুত বাহিৰত পৰেগৈ। মই সেই point দুটা বিশ্লেষণ নকৰাকৈ মাথোন touch কৰি conclusion কৰি থৈছো—আপোনাৰ লেখাত হাত দিবৰ শকতি নাই। আৰু দিয়াও মোৰ পক্ষে ধৃষ্টতা। কিন্তু you should be above criticism. দোষ যদি হৈছে ক্ষমা কৰিব। সঁচাকৈয়ে address খন বৰ মনোৰম হৈছে। মই, অমিয়, লখী, হেম বৰুৱা এটাই কেইজনে মিলি সকলো কাম কৰিছোঁ। আমাৰ সকলোৰে ইচ্ছা আপুনি যেন সকলোৰে ওপৰত থাকে।

আপোনাৰ মৰমৰ
শ্ৰীযতীন্দ্ৰ

বেজবৰুৱাৰ অভিভাষণখন কলিকতাৰ প্ৰেছত ছপোৱাৰ উপৰিও দুৱৰাই অভিভাষণখনিত প্ৰয়োজন অনুসাৰে নিজে যোগ-বিয়োগো কৰিছিল। বেজবৰুৱাৰ অতি প্ৰিয় বাবেহে সেইটো সম্ভৱ হৈছিল।

সম্বলপুৰৰপৰা সাহিত্য সভাত যোগদান কৰিবৰ বাবে গুৱাহাটীলৈ অহাৰ পথত বেজবৰুৱাই কলিকতাত দুদিনমান জিৰণি লয়। কলিকতাত দুৱৰা প্ৰমুখ্যে এ-এছ-এল ক্লাবৰ সভ্যসকলে বেজবৰুৱাক অভ্যৰ্থনা জনায়।

২৫ ডিচেম্বৰ তাৰিখে বেজবৰুৱাই মাজু জীয়ৰী শ্ৰীমতী ৰত্নাৱলী বৰুৱাক



লৈ গুৱাহাটী অভিমুখে যাত্ৰা কৰিলে। কলিকতাৰ পৰা বেজবৰুৱাৰ সঙ্গী হ'ল দুৱৰা, লক্ষ্মীধৰ শৰ্ম্মা আৰু গঙ্গাপ্ৰসাদ বৰুৱা।

গুৱাহাটীত ২৭, ২৮, ২৯ ডিচেম্বৰ তাৰিখে সাহিত্য সভাৰ সপ্তম অধিবেশন মহা সমাৰোহেৰে অনুষ্ঠিত হয়। দুৱৰা বেজৱৰুৱাৰ লগত একপ্ৰকাৰ গাৰ ছাঁৰ দৰে ফুৰিছিল। গুৱাহাটী অধিবেশনৰ প্ৰথম দিনৰ মুকলি সভাত দুৱৰাৰ 'আৰতি' শীৰ্ষক কবিতাটি পাঠ কৰিছিল।

২৯ ডিচেম্বৰত বেজবৰুৱাই কটন কলেজৰ ছাত্ৰ সভাতো বক্তৃতা দিয়ে। ৩১ ডিচেম্বৰত বেজবৰুৱা কলিকতা অভিমুখে উভতি যায়।

বেজবৰুৱাৰ লগত দুৱৰা একেলগে উভতি নগল। সেই ছেগতে ঘৰলৈ এপাক মাৰিলে। জানুৱাৰী মাহৰ পোন্ধৰ তাৰিখ মানেহে দুৱৰা কলিকতালৈ উভতিল।

শিৱসাগৰলৈ গৈ দুৱৰাৰ মনত বেজাৰহে লাগিল। তেওঁৰ মতে শিৱসাগৰ যেন একেবাৰে Deserted Village. আগতে শিৱসাগৰ চহৰ জিলাখনৰে সদৰ ঠাই আছিল। পিচত চৰকাৰে যোৰহাটলৈ সদৰ ঠাই স্থানান্তৰ কৰিলে।

দুৱৰাৰ মাক পুণ্যদা দুৱৰাই বেজবৰুৱাক বৰ মৰম কৰিছিল। বেজবৰুৱাই দুৱৰাৰ মাকক চাবি চকুৱা কঁপালত বেঘা লগোৱা মেকুৰী পোৱালি এটি আৰু দুটা ভাটৌৰ পোৱালি দিছিল। মাকে মেকুৰী পোৱালি, ভাটৌ, মইনা আদি বৰ ভাল পাইছিল। মাকৰ মতে "মেকুৰীক পীৰা এখনৰ ওপৰত কাপোৰ পাৰি সেন্দূৰৰ ফোঁট দি থব লাগে। তেহে মেকুৰীয়ে ঘৰ লয় আৰু গৃহস্থৰ ঘৰত লাগ দিয়ে।"

ঘৰলৈ আহোঁতে দুৱৰাৰ মাক পুণ্যদা দুৱৰাই বেজবৰুৱাৰ কথা সুধিছে লগতে সম্বলপুৰত মেকুৰী পোৱালি পোৱা যায় নে নেযায় খবৰ কৰিছে। মাকৰ মতে যদি মেকুৰী পোৱালি পোৱা যায় তেন্তে ঠাইডোখৰ ভাল।

দেশ-বিদেশৰ পুথি পঢ়ি মুগ্ধ হোৱা দুৱৰাক আপোন-পাহৰা কৰিছিল আৰু এখন পুথি ওমৰ খায়ামৰ 'ৰুবায়'তে। ১৯১৪-১৫ খৃঃত দুৱৰা আইন কলেজৰ ছাত্ৰ। তেওঁৰ প্ৰধান কাম দেশ-বিদেশৰ কাব্য-চৰ্চা কৰা। ৱৰ্ডছৱৰ্থ, শ্বেলী, কীটছৰ কবিতা পঢ়া। এদিন তেওঁৰ এজন বিহাৰী বন্ধুৱে সুধিলে, "খায়ামৰ ৰুবায়ত" পঢ়িছে নে নাই? নাই পঢ়া যদি পঢ়িবলৈ কলে। তেওঁৰ মতে "জ্যাদা উমকা চিজ হায়।"

বন্ধুৰ কথা মতে কিতাপখন আনিবলৈ কলিকতাৰ "দাসগুপ্ত এণ্ড কোম্পানী"ত উপস্থিত হ'ল। কিন্তু কিতাপখনৰ নামটো পঢ়ি আচৰিত হ'ল—"পাৰস্যৰ জ্যোতির্বিদ কবি ওমৰ খায়ামৰ ৰুবায়ত।" সিদিনা কিতাপখন অনা নহল। জ্যোতির্বিদ কবি, আচৰিত লাগিল। অৱশ্যে পিচদিনাখন ফিটজেৰাল্ডৰ ইংৰাজী অনুবাদখন আনি পঢ়িলে। বন্ধুজনেই তেওঁক কিতাপখন অসমীয়াত অনুবাদ কৰিবলৈ কলে।

ডিব্রুগড়ত চাৰি বছৰ চাকৰি কৰি পুনৰ কলিকতালৈ উভতি আহিল। এইবাৰ কলিকতালৈ এম-এ পঢ়িবলৈ অহা লক্ষ্মীধৰ শৰ্ম্মাৰ লগত সহৃদয়তা স্থাপন হ'ল। শৰ্ম্মাৰ যোগেদি তেওঁৰ বন্ধু ইছমাইলৰ লগত বন্ধুত্ব হ'ল। এদিন কথাই কথাই ওমৰ খায়াম অনুবাদ কৰাৰ ইচ্ছাৰ কথা উন্নুকিয়ালে। লক্ষ্মীধৰ উঠিপৰি লাগিল। বন্ধু ইছমাইলে ৰুবায়তৰ হুইনফিল্ডৰ অনুবাদ এখনো যোগাৰ কৰি দিলে। ইছমাইলৰ দেউতাকেও পাৰ্চীয় সাহিত্যৰ চমু আভাস দিলে। ওমৰ তীৰ্থত হাত দিয়াৰ আগতে ৰুবায়তৰ ইংৰাজী অনুবাদসমূহ, চুফীজিম আৰু পাৰ্চীয় সাহিত্য সম্বন্ধে খৰচি মাৰি অধ্যয়ন কৰি ললে। সেই সময়তে বেজবৰুৱা কলিকতালৈ আহিল। দুয়ৰাই ওমৰ খায়াম অনুবাদত লগা জানিব পাৰি উদ্গনি দি গ'ল।

১৯২৫ খৃঃৰ ৬ জুনত দুয়ৰাই ওমৰ তীৰ্থ অনুবাদৰ কাম শেষ কৰিলে। ১ জুনৰ পৰা একেবাহে ছদিন সময় লাগিল। মনৰ আনন্দত পিচদিনা বেজবৰুৱাক চিঠি লিখি ওমৰ খায়াম অনুবাদ কৰাৰ কথা জনালে—

কলিকতা ৭. ৬. ২৫

শ্রীচৰণেষু,

……আজি আপোনাক এটা কথা জনাবলৈহে এইখন চিঠি লেখিছোঁ—কথাটো এই যে কালি দিনৰ ১০॥ বজাত মোৰ ওমৰ খায়াম শেষ অৰ্থাৎ complete হ'ল। ১০৫ টা stanza বা ৪২০ লাইনত শেষ কৰিলোঁ—এইবাৰৰ পৰা এলেহুৱা দুষ্ট লৰা বুলিব জানো? সঁচাকৈয়ে আপুনি এইবাৰ কলিকতালৈ নহাহেঁতেন মোৰ 'ওমৰ তীৰ্থ' শেষ নহলহেঁতেন। যদি কেতিয়াবা প্ৰকাশ হয় তেন্তে আপোনাৰ বস্তু আপানাকে দিম। তাৰ উপৰি আপুনি এখন পাতনি লেখি দিব লাগিব। সেইবোৰ অৱশ্যে ভবিষ্যতৰ কথা। কলিকতালৈ অসমীয়া লৰা আহিলে তেওঁলোকৰ হতুৱাই নকল কৰাম। আৰু আপুনি যেন



অনুগ্ৰহ কৰি হাত ফুৰাই দিয়ে। অসমীয়া ভাষাতো Omar Khayam ওলাল সেয়ে মোৰ আনন্দ! মোৰ সেৱা গ্ৰহণ কৰিব। ……মোৰ কালি ইমান ৰং লাগিছিল যে কিতাপখন শেষ হ'ল বুলি আপোনালৈ Telegram কৰিম বুলি ভাবিছিলোঁ; কিন্তু বলিয়া বোলে বুলি ভয়তে নকৰিলোঁ। কিতাপখন শেষ কৰোঁতে ৬ দিন লাগিল। এইকেইদিন মই ক'ত আছিলোঁ নিজেই কব নোৱাৰোঁ। বৰ ভাগৰ লাগিছে—এতিয়া শোৱা যাওক কি বোলে?

আপোনাৰ মৰমৰ

যতীন্দ্ৰ

কিতাপখন নগেন কোঁৱৰৰ হতুৱাই নকল কৰায়। ওমৰ তীৰ্থৰ প্ৰথম সংস্কৰণ প্ৰকাশ হয় পিচৰ বছৰত ১৯২৬ খৃঃত। পুথিখনিৰ প্ৰথম প্ৰকাশক যোৰহাটৰ বৰকটকী কোম্পানীৰ শ্রীদুৰ্গাধৰ বৰকটকী। পুথিখনি উছৰ্গা কৰিলে বেজবৰুৱাৰ নামতে।

উছৰ্গা

শ্ৰদ্ধাস্পদ শ্রীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ

শ্রীচৰণেষু,

যতীন,

পুথিখন ছপা হৈ ওলালত পুথিখনে মানুহৰ মাজত মিশ্ৰিত প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে। বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, তৰুণৰাম ফুকন, জ্ঞানদাভিৰাম বৰুৱা, ডাঃ হৰেকৃষ্ণ দাস আদিয়ে যিদৰে ওলগণি জনালে ঠিক আন এদলে হেনো প্ৰশ্ন কৰিলে, "দুয়ৰা ৰাতিখোৱা সম্প্ৰদায়ৰ নে কেৰলীয়া সম্প্ৰদায়ৰ?"

"আপুনি ৰাতিখোৱা সম্প্ৰদায়ৰ নেকি?" আনকি দুয়ৰাৰ পেহীয়েক এজনীয়ে মন্তব্য কৰিলে, "বোপাই আৰু বিয়াবাৰু নকৰাই মদটুপি খাই খাই কবিতাহে লিখিছে।" এনে ধৰণৰ বিৰূপ সমালোচনাই দুয়ৰাক ক্ষুণ্ণ কৰটো স্বাভাৱিক।

ওমৰ তীৰ্থ পুথিৰ আকাৰত ছপা হোৱাৰ আগতে বাঁহীত প্ৰকাশ হয়। ওমৰ তীৰ্থ প্ৰকাশ হোৱাৰ পিচত ১৯২৬ খৃঃৰ এপ্ৰিল-মে মাহৰ গৰমৰ বন্ধত দুয়ৰা শিৱসাগৰলৈ আহিল। এইবাৰ ওমৰ তীৰ্থৰ বাবে দুয়ৰাই শিৱসাগৰত বিপুল সম্বৰ্দ্ধনা লাভ কৰিলে। শিৱসাগৰৰ টাউন হলৰ ৰাজহুৱা সভাত আৰু বেজবৰুৱা স্কুলৰ ছাত্ৰ-সভাত বক্তৃতা দিব লগা হৈছিল। ৰাজহুৱা সম্বৰ্দ্ধনাই দুয়ৰাক অভিভূত কৰিছিল। সেই কথা শিৱসাগৰৰপৰাই বেজবৰুৱাক জনাইছিল—"ইয়াত আহি দুঠাইত বক্তৃতা দিব লগীয়া হৈছিল ওমৰ খায়াম সম্বন্ধে; এখন……Town

Hallৰ Public Meeting অত আৰু আন এখন কালি Bezbaroa School অত। আজি কত হয় কব নোৱাৰোঁ। অৱশ্যে মোৰ এই সকলোখিনিৰ গুৰি আপুনিয়েইহে। যদি মানুহে কিবা ভাল পাইছে, সেইটো আপোনাৰ কাৰণেহে —অৱশ্যে অক্ষমতা হলে মোৰ নিজৰ; তাত আপোনাৰ অকণো ভাগ নাই।"

সম্বৰ্দ্ধনা লাভ কৰি আপোন ভাবতে বিভোৰ হৈ থকা কবি, ডুৱৰা নহয়। শিৱসাগৰলৈ আহিয়ে হেমকোষখন কেনেকৈ পুনৰ ছপাব পাৰি সেই কথাও চিন্তা কৰি বেজবৰুৱালৈ চিঠি লিখিছিল। জন্মভূমি শিৱসাগৰৰ অৱস্থা দেখিও ডুৱৰাৰ বৰ বেজাৰ। চিন্তা কৰিছে শিৱসাগৰৰ উন্নতি অসমৰ উন্নতিৰ কথা। এই যাত্ৰাতে ডুৱৰা ডিব্ৰুগড়লৈকো যায়।

পিচৰ বছৰত ধুবুৰীত বেণুধৰ ৰাজখোৱাৰ সভাপতিত্বত অসম সাহিত্য সভাৰ নৱম অধিবেশন অনুষ্ঠিত হয়। এই সভালৈ বেজবৰুৱা আহিছিল। ডুৱৰাই সকলো য.-যোগাৰ কৰিছিল যদিও আহিব পৰা নাছিল।

১৯২৭ খৃঃত ডুৱৰাৰ মাতৃ পুণ্যদা ডুৱৰাৰ লোকান্তৰ হ'ল। মাকৰ মৃত্যুত ডুৱৰাই মনত বৰ আঘাত পালে। মাকৰ প্ৰতি তেওঁৰ অচলা ভক্তি। ডুৱৰাৰ মাক পুণ্যদা ডুৱৰা বৰ সহজ সৰল মৰমীয়াল জননী। বেজবৰুৱাৰো তেওঁ এগৰাকী শ্ৰদ্ধাভাজন ব্যক্তি। বেজবৰুৱাই কলিকতালৈ যোৱাৰ সময়ত কপালত ৰেঘা লগোৱা চাৰি চকুৱা মেকুৰী পোৱালি আৰু দুই তিনিটা ভাটৌ শালিকা উপহাৰ দিছিল। সেই কাৰণে মাকৰ মতে বেজবৰুৱা ভাল লৰা। মাকে কৈছিল, আজি কালি হেনো সংসাৰখন উলটিল. কাৰণ কোনেও আগৰ দৰে আৰু তেখেতক মেকুৰী পোৱালি আৰু ভাটৌ শালিকা নিদিয়ে।

ডুৱৰাই পিতৃক হেৰুৱাইছিল নিচেই সৰুকালতে ১৯০১ খৃঃত। তেতিয়া তেওঁৰ বয়স ন বছৰ মাত্ৰ। আৰু মাতৃক হেৰুৱালে একুৰি পোন্ধৰ বছৰ বয়সত। পেটমচা সন্তান ডুৱৰালৈ মাকৰ মৰম অসীম। সপ্তাহত যদি এখন চিঠি নাপায়, তেন্তে পুত্ৰৰ মঙ্গল চাবলৈ কীৰ্তি পণ্ডিত আৰু সহদেৱ পণ্ডিতৰ কাষ চাপে। পুত্ৰৰ মঙ্গলৰ বাবে মাজে মাজে ৰংপুৰৰ শিৱদলত ঘিউ চাকি দিয়ে। সেইকথা স্মৰণ কৰি ডুৱৰাই শ্ৰীযতিনাৰায়ণ শৰ্ম্মালৈ লিখিছিল, "তোমাৰ পূজনীয়া আই মোৰ কাৰণে ঘিউ চাকি দিয়া শুনি মোৰ মনত অতীতৰ এক অধ্যায় মুকলি হৈ গ'ল। ১৪ বছৰ আগেয়ে মোৰ আয়েও মোৰ কাৰণে মাজে সময়ে এনেদৰে ৰংপুৰ শিৱদৌলত ঘিউ চাকি দিছিল। ১৯২৭ চনৰ জগদ্ধাত্ৰী প্ৰতিমা বিসৰ্জ্জনৰ লগে



লগে মোৰো সেই চেনেহৰ স্থলীৰ বিসৰ্জ্জন হ'ল। সঁচাকৈয়ে এই মাতৃহৃদয়ে মৰতক সৰগৰ শাৰীলৈ তোলে।" ( কলিকতা ২৮।৯।৪১ )

১৯২৭ খৃঃৰ গৰমৰ বন্ধ। গৰমৰ বন্ধত ডুৱৰা প্ৰায়ে কলিকতাৰ পৰা আঁতৰি থাকে। ঘৰলৈ মানে মাকৰ ওচৰলৈকে আহে বেছিকৈ। মাকৰ অবিহনে এইবাৰ ঘৰলৈ আহিবলৈ সত নগল। মনৰ শোকৰ বোজা পাতলাবলৈকে দাৰ্জিলিঙলৈ গ'ল। দাৰ্জিলিঙত কেবাদিনো থাকিল। দাৰ্জিলিঙৰ নেপালী মানুহৰ জীৱন ধাৰণ খোৱা-লোৱাৰ লগত অসমীয়া মানুহৰ জীৱন ধাৰণ খোৱা-লোৱাৰ ভালেখিনি সাদৃশ্য দেখা পালে।

"শিলিগুৰিৰ অলপ আগৰপৰা মানুহবোৰৰ গঢ়ন ঘৰবাৰী ইত্যাদি দেখিলে অসমীয়া বুলিহে মনে ধৰে। সেই ইকৰাৰ বেৰ আৰু চকোৱা, আনকি মাটিতো কচু ঢেকীয়া। ৰেলেদি যাওঁতে মোৰ মনত খেলাইছিল যেন অসমীয়া গাঁৱৰ মাজেদিহে আহিছোঁ। তাৰ পিচত Darjeeling অত থকা নেপালী ধৰণৰ মানুহবিলাকৰ খোৱাবোৱা ইত্যাদি দেখি বোধহয় যে, অসমীয়া culture এবাৰ নহয় এবাৰ ইয়াত সোমাইছিলহি। অসমীয়াৰ কচু ঢেকীয়া Darjeeling অৰ বজাৰত বেচে; অৱশ্যে তাৰ বাসিন্দাৰ কাৰণে। তেওঁলোকে বানবাটিত চাহ খায়; আমাৰ দৰে কাহী-বান ইত্যাদিও দেখিবলৈ পোৱা গ'ল। আমাৰ তেলত ভজা ঘিলাপিঠা, তিল দি কৰা সুতুলি পিঠা ইত্যাদিও তাৰ interior অৰ মানুহবোৰৰ দোকানত দেখিছিলোঁ। আৰু দেখিলোঁ, পিঠাবিলাক পিঠাগুৰিৰহে। ময়দা বা আটাৰ নহয়। অসমীয়াৰ দৰে শলাকানি দি গোসাঁইঘৰত ঘিঁউ আৰু তেলৰ চাকি দিয়ে। এটা Buddhist monastery তো তাকে দেখিলোঁ। কি কম! এসময়ত অসমীয়াই চাৰিওফালে নিজৰ culture বিলাইছিল। কিন্তু এতিয়া ৰণত পৰি কলীয়া হোৱাৰ দৰে অৱস্থা দেখি বৰ বেয়া লাগিল।" দাৰ্জিলিঙৰ পৰা উভতি আহি বেজবৰুৱালৈ লিখা চিঠি এখনত ডুৱৰাই অসমীয়া কলাকৃষ্টি জীৱন ধাৰণৰ সাদৃশ্য দেখি এনেভাৱে গৌৰৱবোধ কৰিছে। অসমীয়া কলাকৃষ্টি জাতীয় আৰু সমাজ জীৱনৰ প্ৰতি থকা গভীৰ অনুৰাগৰ নিদৰ্শন এনে ধৰণৰ উক্তিতে পোৱা যায়।

১৯২৯ খৃঃত বেজবৰুৱা কলিকতালৈ আহোঁতে পোনে পোনে ডুৱৰাৰ বহালৈকে যায়। তাৰ পিচতহে অইনপিনে যায়গৈ। গৰমৰ বন্ধৰ দৰে পূজাৰ বন্ধতো ডুৱৰা প্ৰায়ে কলিকতাত নাথাকে। সেই বছৰৰ ডুৱৰাৰ পূজাৰ ভ্ৰমণৰ ঠাই সম্বলপুৰ। ৭ অক্টোবৰ ৰাতিপুৱা ৮ বজাত সম্বলপুৰ পায়হি। ২৮ অক্টোবৰলৈ ২১

দিন সম্বলপুৰতে থাকে। এই দিনকেইটি অতিবাহিত হয় বেছ ৰংধেমালিৰ মাজেৰে। কেতিয়াবা বেজবৰুৱাৰ বান্ধনি ভুলুক কইনা সাজি জোকাইছিল। বেজবৰুৱাই বৰকৈ ধেমালি কৰিলে দুৱৰাই কেতিয়াবা কান্দি দিয়ে। পিচদিনা ৰাতিপুৱা আকৌ লাজতে বেজবৰুৱাৰ আগলৈ ওলাব নোৱাৰা হয়। বেজবৰুৱাই ৰাতিপুৱা চাহৰ মেজলৈ মাতি আনি লাজ ভাঙি দিয়ে। এনেভাবে ৰংধেমালি কৰি ২১ দিন কটালে। সেই সময়ত বেজবৰুৱাৰ পত্নী প্ৰজ্ঞাসুন্দৰী নাইবা জীয়ৰী কেইজনী নাছিল। দুৱৰাৰ সান্নিধ্যই বেজবৰুৱাৰ পৰিয়ালবিহীন ঘৰখন আনন্দমুখৰ কৰি তুলিছিল। আহিবৰ সময়ত বেজবৰুৱাই গাড়ীত তুলি দি হেনো হাঁহি হাঁহি কৈছিল, "Please forget me altogether". এই কথাত অভিমানী দুৱৰাৰ অভিমান বেছিহে হ'ল। অন্তৰ যেন ক্ষুণ্ণ হ'ল। মাতো থোকাথুকি হ'ল—"আপোনাকো forget কৰিব পাৰিমনে ?"

১৯৩০ খৃঃৰ ৩০ শাওণত দুৱৰাই অন্তৰত এটি নিদাৰুণ আঘাত পাব লগা হ'ল। তেওঁৰ সৰু ককায়েক কুঞ্জলাল দুৱৰা সন্ধিয়া বজাৰৰ পৰা আহি দিখৌৰ পাৰলৈ হাতমুখ ধুবলৈ গৈছিল। ভৰিত জোতা-মোজা, চুৰিয়া আৰু কান্ধত এখন বজাৰ কৰি উভতি অহা মোনা। কেনেবাকৈ দিখৌৰ পানীত ভৰি পিচলি পৰিল। সাঁতুৰিব জনা সত্ত্বেও ভৰিত চুৰিয়াৰ জোঁট লগা বাবে কোনোমতে নিজক বচাব নোৱাৰিলে। দিখৌৰ পাৰত উপজি দিখৌৰ বুকুতে জীৱন আহুতি দিলে। এই নিদাৰুণ বাতৰি পাই ঘৰত হুৱাদুৱা লাগিল। তেওঁৰ বিধবা পত্নী শ্ৰীযুতা দীক্ষদালতা দুৱৰা তেতিয়া ছটি এমাডিমা লৰা-ছোৱালীৰ জননী।

এই বাতৰিয়ে যতীন্দ্ৰনাথ দুৱৰাক মৰ্মাহত কৰিলে। কুঞ্জলাল দুৱৰা তেওঁতকৈ আঢ়ৈ বছৰ ডাঙৰ। বয়সত ডাঙৰ হলেও দুইজন ককাই-ভায়েকৰ বৰ মিল। দুয়োৰে সংকল্প আছিল দুয়ো চিৰকুমাৰ হৈ থাকিব। অৱশেষে এই সংকল্প আংশিক ভাৱেহে পূৰ্ণ হ'ল। দুৱৰা কলিকতাৰ কলেজত পঢ়ি থাকোঁতে ককায়েক সকলে কুঞ্জলাল দুৱৰাৰ বিয়া পাতি দিলে। দুৱৰা চিৰকুমাৰ হৈয়ে থাকিল। কিন্তু তেওঁলোকৰ মনৰ মিল অটুট থাকিল। কলিকতাৰ পৰা আহিলেই দুয়ো একেলগে বহিহে ভাত খাই সুখ পায়।

মৃত্যুৰ বাতৰি পাই দুৱৰা মৰ্মাহত হ'ল যদিও শ্ৰাদ্ধলৈ নাহিল। "ককাইদেউৰ শ্ৰাদ্ধ খাবলৈ কি সতে যাম" বুলি দুখবেজাৰ কৰি নীৰৱে থাকিল। নিজৰ হাতত সেই সময়ত টকা নথকা স্বত্তেও আনৰপৰা ধাৰ কৰি আনি শ্ৰাদ্ধৰ বাবে ঘৰলৈ



টকা পঠিয়াই যি পাৰে সহায় কৰিলে। অৱশেষে কিছুদিন পিচত আহিল। আৰু নবৌৱেকৰ বৈধব্যৰ সাজযোৰ চাই পাৰে মানে কান্দিলে।

বেজবৰুৱাই এই নিদাৰুণ শোকৰ বাতৰি পাই দুৱৰাক সান্ত্বনা দি চিঠি লিখিলে—

Sambalpur
5. 8. 30

যতীন্দ্ৰ,

তোমাৰ চিঠি পঢ়ি নথৈ শোক পালোঁ। কি অপঘাট মৃত্যু! কাৰ অদৃষ্টত কি লেখা আছে কোনে জানে। দুদিনৰ নিমিত্তে আমি মহা আস্ফালন কৰি ফুৰোঁ; কথায় কথায় হাতী-ঘোঁৰা মাৰি ফুৰোহঁক। কিন্তু জীৱনটো কচুপাতৰ পানীটোপা—

অন্তকে কেশত আছে ধৰি।
জানি ডাকি বোলা হৰি হৰি॥

বেজাৰ নকৰিবা। সকলোৰে যাত্ৰা অগাপিছা মাথোন। ঈশ্বৰে তোমাৰ মঙ্গল কৰক।

শুভাকাঙ্ক্ষী
শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা

কলিকতা নিবাসী অসমীয়া ছাত্ৰসকলৰ সৌজন্যত স্থাপন হয় বেজবৰুৱা সমিতি। লক্ষেশ্বৰ শৰ্মা, বিৰিঞ্চিকুমাৰ বৰুৱা এই সমিতিৰ গুৰি ধৰোঁতা। দেখাত লক্ষেশ্বৰ শৰ্মা আৰু বিৰিঞ্চিকুমাৰ বৰুৱা আছিল যদিও আচলতে দুৱৰাহে ইয়াৰ আঁৰত থাকি সকলো কাম কৰিছিল। বেজবৰুৱাক এই সমিতিৰ কথা জনালত পোনতে তেওঁ অসন্মতি প্ৰকাশ কৰিছিল। পিচত তেওঁ লক্ষেশ্বৰ শৰ্মা আৰু দুৱৰাক সম্বলপুৰলৈ মাতি নিয়ে। ১৯৩০ খৃঃৰ ৮ মাৰ্চ তাৰিখে লক্ষেশ্বৰ শৰ্মা আৰু দুৱৰা সম্বলপুৰলৈ যায়। তেওঁলোকে বেজবৰুৱাক সমিতিৰ উদ্দেশ্য ভালদৰে বুজাই দিয়ে। তেতিয়াহে বেজবৰুৱা সম্মত হয়।

সেই বছৰৰে ১৯ ছেপ্তেম্বৰ তাৰিখে সপৰিয়ালে বেজবৰুৱা অসম অভিমুখে যাত্ৰা কৰে। ২২ ছেপ্তেম্বৰত গুৱাহাটী পায়হি। গুৱাহাটীত দুদিনমান থাকি ২৪ ছেপ্তেম্বৰৰ ৰাতিপুৱা ডিব্ৰুগড় পায়হি।

১৪ অক্টোবৰ তাৰিখে কলিকতাৰ পৰা পূজাৰ বন্ধত দুৱৰাও গৈ ডিব্ৰুগড়ত

উপস্থিত হয়। ১৫ অক্তোবৰ তাৰিখে তেওঁলোক বেজবৰুৱাৰ মাজু জোঁৱাই ৰোহিণী বৰুৱাৰ গাড়ীৰে শিৱসাগৰলৈ যাত্ৰা কৰে। যাত্ৰী বেজবৰুৱা, প্ৰজ্ঞাসুন্দৰী ৰত্না বৰুৱা, দীপিকা আৰু ডুৱৰা। বেজবৰুৱাই এই যাত্ৰাৰ কথা তেওঁ নিজে মনোৰমকৈ বৰ্ণনা কৰিছে—

"অক্তোবৰ মাহৰ ১৫ তাৰিখে ডিব্ৰুগড় এৰি শিৱসাগৰলৈ যাবলৈ ওলালোঁ। বাহন মটৰগাড়ী। ৰথখন আমাৰ জোঁৱাই শ্ৰীমান ৰোহিণীকুমাৰ বৰুৱা বোপাৰ আৰু সাৰথিও তেৱেঁই। যাত্ৰী মই, মোৰ সহধৰ্মিণী, মোৰ ছোৱালী দুজনী আৰু শ্ৰীমান যতীন্দ্ৰনাথ ডুৱৰা—যাৰ কবিতাৰ তলত নামৰ ক্ষুদ্ৰ তাণ্ডৱ ছপা হৈ ওলায় যদু। যদু কবি এদিনৰ আগতে ভটং কৰে ডিব্ৰুগড়ত ওলাইছিলগৈ, সম্ভৱতঃ চুম্বকৰ টানত আৰু সেই চুম্বকডোখৰো সম্ভৱতঃ ময়েই। নহয় যদি তেওঁ কওক মই মোৰ দাবী এৰি দিম। যদিও আমাৰ ডিব্ৰুগড় বাস অধ্যায়ৰ 'কৃষ্ণৰ কিঙ্কৰে শঙ্কৰে ভণেঁ'ৰ সময়ত যদু উপস্থিত হৈছিলগৈ, তথাপি ভগা সবাহত ওলোৱা তেওঁকো আমি সন্তোষৰ মলাচৰু বিলোৱাত ত্ৰুটী কৰা নাছিলো। আমাৰ শিৱসাগৰমুখীয়া যাত্ৰাত তেওঁকো লগত লোৱা হল। কাৰণ তেওঁৰোটো ওভতনি যাত্ৰা সেইফাললৈকে। আমাৰ মটৰ গাড়ীত তেওঁলৈ ঠাই নাছিল বুলিলেই হয়। কিন্তু ঠাই নহলে কি হব। তেওঁকতো নিবই লাগিব। মজিয়াত ঠাই নাথাকিলে লাগতিয়াল বস্তুক বাবৰ হাঁকোটাত আঁৰি থোৱা হয় তেনেকুৱা কিবা এটা দিহা কৰি যদুক আমাৰ লগত লোৱা গ'ল। দীঘলীয়া বাটত কবি এজন লগত থাকিলে বাটৰ শ্ৰম কমে বুলি মোৰ বিশ্বাস।"

সিদিনা দিনৰ একমান বজাত শিৱসাগৰ পায়হি। পিচদিনা অৰ্থাৎ ১৬ অক্তোবৰ সন্ধিয়া ৬ বজাত শিৱসাগৰ পাব্লিক হলত বেজবৰুৱাৰ উদ্দেশ্যে এখনি সম্বৰ্দ্ধনা সভাৰ আয়োজন কৰিছিল। সেইখন সভাৰ সভাপতি যতীন্দ্ৰনাথ ডুৱৰা। ডুৱৰাই সভাপতিৰ ভাষণত বেজবৰুৱাৰ বহুমুখী প্ৰতিভা সম্বন্ধে এটি ভাষণ দিয়ে।

১৭ অক্তোবৰ পুৱা ৮ বজাত বেজবৰুৱাক সম্বৰ্দ্ধনা জনোৱা হয় শঙ্কৰদেৱ সমাজৰ পক্ষৰপৰা। এই সভাতো ডুৱৰাই এটি সাৰুৱা বক্তৃতা দিয়ে। এই যাত্ৰাত বেজবৰুৱাই যোৰহাট, গোলাঘাট তিনিচুকীয়া আদি ঠাই পৰিভ্ৰমণ কৰিছিল। ৩০ অক্তোবৰ তাৰিখে কলিকতা অভিমুখে ওভোতনি যাত্ৰা কৰিলে। ৩১ অক্তোবৰত কলিকতাত উপস্থিত হ'ল।

সিদিনাই প্ৰেছিডেন্সী কলেজৰ ফিজিক্স গেলেৰীত বেজবৰুৱা সমিতিৰ প্ৰথম



বৈঠক অনুষ্ঠিত হয়। এই সমিতিৰ উদ্দেশ্য বেজবৰুৱা সাহিত্যৰ বিশদ আলোচনা কৰা। বিৰিঞ্চিকুমাৰ বৰুৱা, লক্ষীধৰ শৰ্মা, ৰোহিনীকান্ত বৰুৱা, অম্বিকানাথ বৰা, জ্ঞাননাথ বৰা আদিয়ে এই সমিতিৰ গুৰি ধৰিছিল। আঁৰত থাকি কাম কৰিছিল যদিও ডুৱৰাই আছিল সমিতিৰ প্ৰাণ স্বৰূপ।

১৯৩১ খৃঃৰ ৭ মাৰ্চত এই সমিতিৰ পুনৰ বৈঠক কলিকতাৰ আশুতোষ বিল্ডিঙত অনুষ্ঠিত হয়। এই সভাতো বেজবৰুৱাই যোগদান কৰিছিল।

## কলিকতাৰ মটৰ দুৰ্ঘটনা

১৯৩২ খৃঃৰ ৪ এপ্ৰিল। সিদিনাৰ দিনটো আছিল ডুৱৰাৰ বাবে কাল স্বৰূপ। ৰাতিপুৱাৰেপৰা মনটো ভাল লগা নাছিল। কিবা সকামত বজাৰলৈ ওলাই গ'ল। লগতে সান্ধ্য-ভ্ৰমণ কৰিব। আবেলি সান্ধ্য-ভ্ৰমণ কৰা তেওঁৰ অভ্যাস। হোষ্টেলৰপৰা ওলাই কিছুদূৰ খোজকাঢ়ি গ'ল। পিচত ট্ৰাম এখনত উঠিল। সন্ধিয়া ফুৰিচাকি পুনৰ ট্ৰাম এখনত উভতিল। কৰ্ণৱালিছ ষ্ট্ৰীটত ট্ৰামৰপৰা নামিব বিচাৰিলে। ট্ৰামৰ পৰা ওলাই আহি মাটিত ভৰি দিয়াৰ লগে লগে পিছপিনৰ পৰা টেক্সী এখন তীব্ৰবেগেৰে আহি খুন্দা মাৰি দিলে। উফৰি গৈ কাষৰ ইলেক্ট্ৰিক পোষ্টত জোৰেৰে খুন্দা খালে। সিমানতে সাৰিলেও কিছু ৰক্ষা পৰিলহেঁতেন। উফৰি আহি আকৌ মটৰৰ চকাৰ তলত সোমাল। এইবাৰ মুখৰ ওপৰেৰে চকা বাগৰি গ'ল। তেজেৰে লুতুৰি-পুতুৰি অৱস্থাত অচেতন হৈ পৰি থাকিল কলিকতাৰ ৰাজপথত। পিচত মটৰচালকে তুলি লৈ গ'ল কলিকতা মেডিকেল কলেজ হস্পিতাললৈ। কলিকতা মহানগৰীত তেনে দুৰ্ঘটনাৰ সীমাসংখ্যা নাই। হস্পিতাল কৰ্তৃপক্ষই প্ৰাথমিক চিকিৎসা মাত্ৰ কৰি পেলাই থলে এজন সাধাৰণ ৰোগীৰ দৰে।

ডক্টৰ আৰ্কুহাৰ্ট সেই সময়ত কলিকতা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য। তেওঁ তেতিয়া ছিনেটত কিবা আলোচনাত ব্যস্ত। কোনোবাই বাতৰি দিলে ডুৱৰাৰ সাংঘাতিক মটৰ দুৰ্ঘটনাৰ। খবৰ পোৱা মাত্ৰকে ডক্টৰ আৰ্কুহাৰ্ট ছিনেটৰ পৰা লৰি গ'ল হস্পিতাললৈ। ডুৱৰা তেতিয়া এজন সাধাৰণ ৰোগীৰ দৰে বিছনাতে পৰি আছে। সাধাৰণ প্ৰাথমিক চিকিৎসাৰ বাহিৰে আৰু একো কৰা নাই। মৰমৰ যতীন্দ্ৰনাথৰ তেজেৰে ৰাঙলী হৈ পৰি থকা তেনে অৱস্থা দেখি তেওঁৰ জীৱ উৰি গ'ল। খঙত একো নাই হৈ জোতাৰে মাটিত গুৰিয়াই গুৰিয়াই হস্পিতাল কৰ্তৃপক্ষক ধমক দিব ধৰিলে। বুজাই দিলে এই ৰোগী সাধাৰণ ৰোগী নহয়।

ডক্টৰ আৰ্কুহাৰ্টৰ ধমক পাই হস্পিতাল কৰ্তৃপক্ষৰ চকু মুকলি হ'ল। কলিকতা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য ডক্টৰ আৰ্কুহাৰ্ট নিজে আহি তদাৰক কৰিছে যেতিয়া এই ৰোগী সাধাৰণ ৰোগী নহয়। তেতিয়া তিনিজন বিশেষজ্ঞই বেলেগে বেলেগে চকু নাক আৰু মুখৰ চিকিৎসাত লাগি গ'ল। ডক্তৰ সুবোধ দত্তক (M. B., L. M., F. R. C. S.) মাতি অনা হ'ল। তেওঁ তেতিয়া কামাইকেল কলেজত। সুবোধ দত্তই মেডিকেল কলেজৰ চিকিৎসক সকলৰ লগত আলোচনা কৰি চিকিৎসাৰ ব্যৱস্থা কৰিলে। নাকৰ নোজেল বোন আৰু ওঁঠৰ তলৰ লোৱাৰ জ বোন ভাগিছিল। পিচত তেওঁক মেডিকেল কলেজ হস্পিতালৰ কেবিনলৈ নিয়া হ'ল।

পিচদিনা বাতৰি কাকতত স্কটিশ চাৰ্চ্চ কলেজৰ ছুপাৰিন্টেণ্ডেণ্টৰ দুৰ্ঘটনাৰ কথা ছপা হ'ল। তেতিয়াহে অসমীয়া ছাত্ৰসকলে দুৰবাৰ দুৰ্ঘটনাৰ খবৰ পালে। কলিকতাত থকা অসমীয়া ছাত্ৰসকল এই বাতৰি পাই মেডিকেল কলেজলৈ লৰি আহিল। শ্ৰীঘনশ্যাম দাস, শ্ৰীবিদ্যাধৰ বৰুৱা, সুৰেন দাস, শ্ৰীবিহাৰীলাল চৌধুৰী সেই সময়ত কলিকতা মেডিকেল কলেজৰ ছাত্ৰ। তেওঁলোকে দুৰবাৰ চিকিৎসাৰ বাবে দিনেনিশাই লাগিছিল। বিৰিঞ্চিকুমাৰ বৰুৱা, ৰোহিণীকান্ত বৰুৱা, শ্ৰীহৰেন কলিতা, জীৱন ফুকন, শ্ৰীলক্ষেশ্বৰ শৰ্ম্মা, শ্ৰীযোগেন শইকীয়া আদি কলিকতীয়া ছাত্ৰসকলো উবুৰি খাই পৰিছিল। বিৰিঞ্চিকুমাৰ বৰুৱা, শ্ৰীহৰেন কলিতা আদিয়ে ৰাতি হস্পিতালত পৰ দিছিল। তেওঁলোকে হেনো ওচৰত থিয় হৈ উচুপি থাকে। চকুয়ে মুখে বেণ্ডেজ বন্ধা থাকিলেও দুৰবাই তেওঁলোকৰ উচুপনিৰ কথা গম পায়।

ডক্টৰ আৰ্কুহাৰ্টে হেনো হস্পিতালত তেওঁৰ বিছনাৰ কাষত বহি আৰোগ্য কামনা কৰি প্ৰাৰ্থনা কৰিছিল। বঙালী মহিলাসকলেও দুৰবাৰ আৰোগ্য কামনা কৰি থালত ধূপ নৈবেদ্য লৈ পূজা কৰিছিল। দুৰবাৰ মটৰ দুৰ্ঘটনাই সকলোকে শোকাভিভূত কৰিছিল। কলিকতা হস্পিতালত পৰি থকা অসুস্থত লক্ষীধৰ শৰ্ম্মাই মাজে মাজে ধেমালি কৰি কয়, "কি যাব খুজিছে নেকি? ইমান সোনকালে এৰি নিদিওঁ।" কিন্তু লক্ষীধৰ শৰ্ম্মাৰ মৃত্যু আগতে হ'ল। জীৱন কালত সেই কথা স্মৰণ কৰি দুৰবাই দুখ কৰিছিল।

দুৰবাৰ দুৰ্ঘটনা সাংঘাতিক দুৰ্ঘটনা। তিনিমাহ হস্পিতালত থাকিব লগা হ'ল। হস্পিতালৰপৰা তিনিমাহৰ মূৰত ওলাই আহিল যদিও সম্পূৰ্ণ আৰোগ্য নহল। কিছুদিন আহি স্বাস্থ্যৰ উন্নতিৰ বাবে ছিলঙত থাকিল। ছিলঙত তেওঁৰ



প্ৰাক্তন ছাত্ৰ স্বৰূপ নগেন কোঁৱৰৰ ঘৰত আছিল। নগেন কোঁৱৰৰ ঘৰ 'ময়দান লাবান'ত। কোঁৱৰ আজি কেইবছৰমান আগতে ঢুকাইছে।

ছিলঙত থকা কালছোৱাত নগেন কোঁৱৰে মাজে মাজে দুৰবাৰ লগত ধেমালিও কৰিছিল। কেতিয়াবা দুৰবাই কয়, "আজি হালুৱা (চুজিৰ) খাম।" নগেন কোঁৱৰে ধেমালি কৰি কব, "ছাৰৰ লগত আৰু উপায় নাই, আজি কব হালুৱা খাম, পৰহি কব বলধ খাম, এদিন কব ছাগলী খাম, ঘোঁৰা খাম, আৰু উপায় নাই।"

মাজে মাজে আবেলি খাবলৈ দুৰবাই চানাৰ মিঠাই কিনি আনে। দুৰবাই চানাৰ মিঠাই খাবলৈ বৰ ভাল পায়। এদিন আবেলি চানাৰ মিঠাই কিনি অনাৰ পিচত আৰু দুজনমান লৰা ওলালহি। ফলত বনকৰা ল'ৰাটোৰ ভাগত মিঠাই নপৰিল। লৰাটোৰ মুখ ওফন্দিল। দুৰবাই কিবা কলত ভয় দেখুৱালে, সি আৰু নাথাকে ওপৰৰ পৰা তললৈ জপিয়াই পৰি মৰিব। থকা ঘৰটো দুমহলীয়া। বনকৰা লৰাটোৱে মৰিম বুলি ভয় দেখুৱালে দুৰবা বৰ নোৱাৰা হয় আৰু তাক হাতত ধৰি ক্ষান্ত কৰিব বিচাৰে। লৰাটোৱে মিছাতে দুৰবাক এনেদৰে ভয়হে দেখুৱায়।

নগেন কোঁৱৰে বনকৰা লৰাটোৰ এই চতুৰালি আগৰেপৰা লক্ষ্য কৰি আছিল। সিদিনা তেনে ভাও কৰাৰ লগে লগে নগেন কোঁৱৰে লৰাটোৰ ডিঙিত ধৰি "তই আজি সঁচাকৈয়ে মৰিব লাগিব" বুলি বাহিৰলৈ গতিয়াই দিব বিচাৰিলে। দুৰবাৰ এইবাৰ আৰু চাৰ হ'ল। নগেন কোঁৱৰৰ হাতত ধৰি বধ শপত দি বাধা দিব ধৰিলে। নগেন কোঁৱৰে "নহয় আজি তাক মাৰিবই লাগিব।" এখন ভাল ধেমালি হ'ল। অৱশেষে সেইদিনাৰপৰা বনকৰা লৰাজনে মিছাতে দুৰবাক মৰিম বুলি আৰু ভয় নেদেখুৱা হল। কিছুদিন ছিলঙত থকাৰ পিচত পুনৰ কলিকতালৈ উভতিল।

দুৰবা হস্পিতালত থকা সময়তে ডক্টৰ আৰ্কুহাৰ্ট সপৰিয়ালে ছুটী উপভোগ কৰিবৰ বাবে স্কটলেণ্ডলৈ গৈছিল। ছুটী উপভোগ কৰি উভতি অহাৰ পিচত যেতিয়া দুৰবা তেওঁৰ ওচৰলৈ দেখা কৰিবলৈ গ'ল, তেতিয়া প্ৰথমতে নিজে আৰ্কুহাৰ্ট ওলাই নাহিল। ঘৈণীয়েকক পঠিয়াই দিলে—"যোৱা তুমিয়ে যতীন্দ্ৰৰ ভঙা মুখখন চাই আহা, মই চাব নোৱাৰোঁ।" ঘৈণীয়েকে ওলাই আহি চাই দেখিলে দেখাত যতীন্দ্ৰৰ মুখখন ঠিকেই আছে। ভিতৰি ভিতৰি ওঁঠৰ তলৰ হাড় এডাল আৰু নাকৰ নজেল বোন ভাগি গৈছিল যদিও দেখাত একো ক্ষতি খুন

হোৱা নাছিল। ধূনীয়া হৈয়ে আছিল। যৈণীয়েকে গৈ কোৱাত ডক্টৰ আৰ্কুহাৰ্ট তেতিয়াহে ওলাই আহিল। আৰু আঁকোৱালি ধৰিলে।

অন্নসৰ গ্ৰহণ কৰি নিজ দেশ স্কটলেণ্ডলৈ যোৱাৰ আগমুহূৰ্ত্তত তুৱৰাক সাৱটি ধৰি ডক্টৰ আৰ্কুহাৰ্টে হেনো কৈছিল ;—Don't you to be fighting with the motor car, O my dear boy. I can't come back this time.

ডক্টৰ আৰ্কুহাৰ্টৰ তুৱৰাই শ্ৰদ্ধাৰে সৈতে সোঁৱৰা শেষ বাণী—The world asked of scholars two things, a service that is reasonable and a reason that is serviceable. Worth made intelligent and intelligent said to worth.

কলিকতাৰ মটৰ দুৰ্ঘটনাৰ পিচৰেপৰা ৰাজআলিত তুৱৰা সদায় সাৱধান। দূৰৰপৰাই মটৰ এখন অহা দেখিলে একেবাৰে নৰ্দ্দমাৰ কাষলৈ নামি যায়। যেন কোনো কালে মটৰ নেদেখা মানুহহে। আৰু কয়, "মোৰ এই মটৰবোৰক যমতকৈও বেছি ভয় লাগে।"

তুৱৰাৰ মটৰ দুৰ্ঘটনাৰ খবৰ বেজবৰুৱাই পিচদিনা ঝাৰসোগোবাৰ ঘৰত পায়। দিন লেখাত লিখিছে—Evening phoned to Ratna at Cal. Rohini informed me of Jatindra's serious accident having been run over by a motor car on the 4th. Exceedingly upset. (৫।৪।৩২)

আৰোগ্য লাভ কৰি ছিলঙত থকা সময়ত তুৱৰালৈ বেজবৰুৱাই লিখিছে—

Sambalpur 3.6.33

মৰমৰ যতীন্দ্ৰ,

তোমাৰ পৰা চিঠি পোৱা মোৰ সহজটো গুচিছিলেই বুলিব লাগে। আজি তোমাৰ চিঠি পালোঁ, পুৰণি সোঁৱৰণে জীপ পালে। এই দীঘলীয়া এন্ধাৰ কালডোখৰত-কেতিয়াবা কেতিয়াবা পুৰণি চিঠিৰ 'ফাইলৰপৰা তোমাৰ পুৰণি চিঠি এখন-দুখন টানি আনি পঢ়িছিলোঁ। ঠিক এন্ধাৰ ঘৰত সোমাই চোলাৰ মোনাৰপৰা জিয়াচলি উলিয়াই তাৰ দুটা-এটা কাঠি জলাই বস্তু চোৱাৰ দৰে। মই তোমালৈ চিঠি লেখা নাছিলোঁ, তাৰ কাৰণ, যালৈ চিঠি লেখিবলৈ বহিলে মনটোত আনন্দই জাকি মাৰি উঠিছিল, এতিয়া তেওঁৰ দুখ-কষ্টৰে সৈতে সেইজনলৈ মনত পৰিলে বেজাৰত মুখ শুকায় আৰু হাতৰ কাপ কঁপিবলৈ ধৰে। তুবাৰ চাৰিবাৰ তেনেকুৱা attempt কৰিছিলোঁ, কিন্তু failure আৰু fiasco ইমান সৰহ হলগৈ যে মনটো



ঠন ধৰাবলৈ তেতিয়াই সেই চিঠি লেখা এৰি তাৰ সিপিঠিত 'কৃপাবৰ বৰুৱা' লেখিবলৈ ধৰিলোঁ।

তুমি যমৰ দুৱাৰ মুখৰপৰা আহিলা ঠিক। ঘূণীয়া হৈ থাকিলেও ঈশ্বৰে তোমাক আকৌ আমাৰ হাতলৈ আনি দিলে, সেইকেৰা কৃপাৰ নিমিত্তেই আমি ঈশ্বৰৰ চৰণত সেৱা জনালোঁ। বিশ্বাস কৰিলে কওঁ যে, মোৰ জীৱনত অতি ৱৰ শোকৰ ভিতৰত তোমাৰ নিমিত্তে পোৱাটো 3rd. গা সমূলি ভাল পালে এইফালে পাৰিলে আহিবা। ইমানদিনে তোমাক মাতিবৰ সাহ নকৰাৰ কাৰণ,—তোমাৰ তেনে অৱস্থাত আমাৰ ইয়াত ভালকৈ পতি নহয়। মই বুঢ়া, যৈণীজনা বুঢ়ী। ডাক্তৰ কবিৰাজ ইয়াত কেণা। বতৰ চেপ্‌চেপীয়া। ছিলং বজাৰ শাৰীৰ আৰু সম্বলপুৰ কাঁড়ীৰ খেলৰ।

ঈশ্বৰে তোমাক সম্পূৰ্ণকৈ ভাল কৰক, তেওঁৰ ওচৰত এই প্ৰাৰ্থনা।

মৰমৰ

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা

কলিকতাৰ মটৰ দুৰ্ঘটনাৰ পিচত তুৱৰা ওগিলভি হোষ্টেলৰ ছুপাৰিণ্টেণ্ডেণ্ট নিযুক্ত হ'ল (31/2 Hurtoki Bagan Lane). তেতিয়াও স্কটিছ চাৰ্চ্চ কলেজৰ শিক্ষক হৈয়ে থাকিল। ১৯৩৫ খৃঃত তুৱৰা আকৌ এবাৰ সম্বলপুৰলৈ গৈছিল। মাজে মাজে সুদূৰ সম্বলপুৰত থকা বেজবৰুৱাৰ ওচৰলৈ দুই এপদ বস্তু পঠিয়ায়। এই পঠিওৱা বস্তুবোৰৰ ভিতৰত ফুলকবি, মটৰ, মছলা দিয়া তামোল, মগুমাহ আদি উল্লেখযোগ্য। বেজবৰুৱাই পোৱা বস্তুবোৰৰ প্ৰাপ্তি স্বীকাৰ কৰি মনোৰম ভাষাত লিখিছে,—"তোমাৰ বস্তুবোৰ পাই ৰং পালোঁ। ফুলকবি তোমাৰ নিচিনা প্ৰফুল্লিত, মটৰ তোমাৰ নিচিনা ঘুটমুতীয়া আৰু সোৱাদ, গুড়ৰ বিষয়ে আমাৰ বুঢ়ীক সুধি জানিলোঁ যতীনৰ নিচিনাই হেনো সোৱাদ।"

সম্বলপুৰত বেজবৰুৱা মাজে মাজে বাৰ্দ্ধক্যজনিত ৰোগত আক্ৰান্ত হবলৈ ধৰিলে। সেই বছৰৰে জুলাই মাহত (১৯৩৭ খৃঃ) দিউডোনেল আলচাৰ ৰোগত আক্ৰান্ত হ'ল। ৰোগ অলপ উপশম হলত মাজুকন্যা শ্ৰীমতী ৰত্নাৱলী বৰুৱাই কিছুদিন অসমত ৰাখিবৰ নিমিত্তে কলিকতালৈ বুলি লৈ আহিল। ১৯ আগষ্টত কলিকতা পালে। ২১ আগষ্টলৈ কলিকতাতে থাকিল। এইকেইদিন বেজবৰুৱাৰ কাষত তুৱৰা ছাঁৰ দৰে আছিল। ২১ আগষ্টত শ্ৰীমতী বৰুৱাই দেউতাকক লৈ অসম অভিমুখে যাত্ৰা কৰিলে। বেজবৰুৱাৰ লগত তুৱৰাৰ এয়ে শেষ দেখা।

ডিব্রুগড়ত বেজবৰুৱাৰ স্বাস্থ্য ক্রমে ভালৰ পিনে আহিল। প্রায় ছমাহমান ডিব্রুগড়ত থকাৰ পিচত পুনৰ ঠিৰাং কৰিলে সম্বলপুৰলৈ উভতি যাবলৈ। ঠিক হল ১৮ মাৰ্চ্চত ডিব্রুগড়ৰ পৰা যাত্রা কৰিব। ২০ তাৰিখে কলিকতা পাব। সম্বলপুৰলৈ পুনৰ উভতি যোৱাৰ কথা ডুৱৰাক জনালে।

Dibrugarh
C/O R. K. Baruah, Esq.
Rehabari P. O.
12. 3. 38

যতীন্দ্ৰ,

২০ তাৰিখে পুৱা Darjeeling মেলত বোধকৰোঁ ৭ বজা মানত শিয়ালদহ পামগৈ। তেতিয়া Howrah Station অলৈ যাওনা হম। হাওড়াত ওৰে দিনটো থাকি বম্বে মেল ধৰি সেইদিনাই সম্বলপুৰলৈ গুচি যাম। হাওড়াত তোমাক পালে বৰ ৰং পাম। Waiting room অত আমি থাকিম। সেইদিনা দেওবাৰ এতেকে তোমাক গোটেইটো দিন পাম বুলি আশা কৰিছোঁ।

ভালে আছাতো ?

মৰম লবা।

তোমাৰ
শ্রীলক্ষ্মীনাথ বেজবৰুৱা

চিঠি পাই ডুৱৰাৰ মনত অপাৰ আনন্দ। পুনৰ বেজবৰুৱাৰ সান্নিধ্য পাব ইয়াতকৈ সুখৰ কথা আৰু কি হব পাৰে। কিন্তু ডুৱৰাৰ মনৰ হেঁপাহ মনতে থাকিল। ১৮ মাৰ্চত মাজু জোঁৱায়েকৰ লগত সপৰিয়ালে বালিভাত খাবলৈ গৈ পুনৰ অসুস্থ হ'ল। অৱস্থা ভালৰ ফাললৈ আহক চাবি বেয়াৰ ফাললৈহে ঢাল খালে। ১৯৩৮ খৃঃৰ ২৬ মাৰ্চ শনিবাৰে পুৱা ৭ বজাত লুইতৰ পাৰত নৌকাস্থ হোৱা লক্ষ্মীনাথ বেজবৰুৱাৰ জীৱন নাটৰ সামৰণি পৰিল লুইতৰ পাৰৰ ডিব্রুগড় চহৰতে। পিচদিনা তাঁৰ যোগে সেই নিদাৰুণ বাতৰি পাই ডুৱৰা মৰ্ম্মাহত হ'ল। মূৰত যেন আকাশী সৰগ পৰিল। উচুপি উচুপি সেই নিদাৰুণ বাতৰি দিবলৈ লৰি গ'ল বেজবৰুৱাৰ কনিষ্ঠা কন্যা ছিষ্টাৰ দীপিকাৰ ওচৰলৈ। দীপিকাও আছিল পিতৃৰ সাক্ষাতৰ প্রতিক্ষাত। চকুলো টুকি টুকি মলিন বদনে ডুৱৰাই দিলে সেই বিষাদ বাতৰি—



কান্দা অসমীয়া ইনাই বিনাই
কান্দা অসমীয়া হিয়া ভুকুৱাই
বিষাদ বাতৰি বতাহে বিলায়
অসমত আৰু লক্ষ্মীনাথ নাই।

বেজবৰুৱা আৰু ডুৱৰাৰ ডেৰকুৰি বছৰীয়া মধুৰ সম্বন্ধৰ ইমানতে যতি পৰিল। বেজবৰুৱা আৰু ডুৱৰাৰ মিলন শঙ্কৰ-মাধৱৰ মিলন, মণি-কাঞ্চন সংযোগ। যেনেকৈ বেজবৰুৱাক বাদ দি ডুৱৰাৰ জীৱনৰ কথা ভাবিব নোৱাৰি, তেনেদৰে ডুৱৰাক বাদ দিও ভাবিব নোৱাৰি বেজবৰুৱাৰ জীৱনৰ কথা। ডুৱৰাই নিজেই স্বীকাৰ কৰিছে, বেজবৰুৱাৰ বাঁহীতে তেওঁৰ সাহিত্যিক জীৱন আৰম্ভ হোৱাৰ কথা। বেজবৰুৱাৰ বাবেই ডুৱৰাই ভালেমান লিখা প্রকাশ কৰিছিল। আনহাতে বেজবৰুৱাৰো ভালেমান ৰচনাৰ গুৰিতে ডুৱৰা। বেজবৰুৱা ডুৱৰাৰ friend, philosopher and guide. বেজবৰুৱা নোহোৱা হলে কিজানি কথা কবিতাৰ পাতনিত লিখা তিনিজন বন্ধুৰ এজনৰ দৰে ডুৱৰাও হেৰাই গ'লহেঁতেন। নাইবা আনজনৰ দৰে একেবাৰে উদাসীন হৈ পৰিলহেঁতেন। দীঘল চুলি কাটি ডুৱৰাক সেই যাত্ৰাৰপৰা ৰক্ষা কৰিলে বেজবৰুৱাই। সেয়েহে বেজবৰুৱাৰ মৃত্যুত অকলশৰীয়া কবি ডুৱৰা আৰু বেছি অকলশৰীয়া হৈ পৰিল। বেজাৰ কবি প্রজ্ঞাসুন্দৰী দেৱীলৈ লিখিছিল, "বড়ই একলা হয়ে পরেছি, আর কিছুই ভাল লাগে না।"

# কলিকাতা বিশ্ববিদ্যালয়

১৯৩৮ খৃঃৰ পৰা কলিকতা বিশ্ববিদ্যালয়ত অসমীয়া ভাষা-সাহিত্যৰ এম. এ. শ্ৰেণী আৰম্ভ। এম. এ. শ্ৰেণী খোলাৰ গুৰিতে আছিল ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা। অসমীয়া ভাষা-সাহিত্যৰ এম. এ. শ্ৰেণীৰ জন্ম-লগ্নৰ লগতো দুৱৰা জড়িত। ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা পোনতে কলিকতা বিশ্ববিদ্যালয়ৰ অধ্যাপক নিযুক্ত হয়। ইয়াৰ কিছু বছৰ আগেৰে পৰা অম্বিকানাথ বৰা কলিকতা বিশ্ববিদ্যালয়ৰ নিম্ন স্নাতক শ্ৰেণীৰ অসমীয়া অধ্যাপক নিযুক্ত হৈছিল। এম. এ. শ্ৰেণী খোলাৰ পিচত অম্বিকানাথ বৰা ডাঙৰীয়াকো এম. এ. শ্ৰেণীৰ অধ্যাপক নিযুক্ত কৰিলে। যতীন্দ্ৰনাথ দুৱৰাও এম. এ. শ্ৰেণীৰ অধ্যাপক নিযুক্ত হল।

এম. এ. শ্ৰেণীত পঢ়াবৰ বাবে বিশ্ববিদ্যালয়ৰ নিয়ম মতে নিম্নতম অৰ্হতা এম. এ. ডিগ্ৰী। বিৰিঞ্চিকুমাৰ বৰুৱা পালী ভাষাৰ আৰু অম্বিকানাথ বৰা অৰ্থনীতিৰ এম. এ.। কিন্তু দুৱৰাৰ বিশ্ববিদ্যালয়ৰ ডিগ্ৰী বি. এ.। কলিকতা বিশ্ববিদ্যালয়ে অকল বি. এ. পাছ কৰা সত্বেও দুৱৰাকহে এম. এ. শ্ৰেণীত পঢ়ুৱাবলৈ নিয়োগ কৰিছিল। কলিকতা বিশ্ববিদ্যালয়ত এই বিশেষ ব্যৱস্থা একমাত্ৰ দুৱৰাৰ ক্ষেত্ৰতহে প্ৰযোজ্য হৈছিল।

ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা কটন কলেজৰ অধ্যাপক নিযুক্ত হোৱাত গুৱাহাটীলৈ আহিল। তেওঁৰ ঠাই পূৰণ কৰিলে শ্ৰীতীৰ্থনাথ শৰ্ম্মা ডাঙৰীয়াই। শ্ৰীতীৰ্থনাথ শৰ্ম্মা সংস্কৃত বিষয়ৰ এম. এ.। শ্ৰীতীৰ্থনাথ শৰ্ম্মা পূৰ্ণকালিন অধ্যাপক ( whole time )। তেওঁৰ দৰমহা ১৫০ টকা। অম্বিকানাথ বৰা আৰু যতীন্দ্ৰনাথ দুৱৰা অংশ কালিন ( part time )। অম্বিকানাথ বৰাৰ দৰমহা ১০০ টকা। কিন্তু যতীন্দ্ৰনাথ দুৱৰা অবৈতনিক। কোনোদিন দৰমহা লোৱা নাই।

অম্বিকানাথ বৰাই সাধাৰণতে পঢ়ুৱায় ৰাতিপুৱা ১০ বজাত আৰু কেতিয়াবা গধুলি। শ্ৰীতীৰ্থনাথ শৰ্ম্মাই দিনৰ ভাগতে পঢ়ুৱায়। দুৱৰাই পঢ়ুৱায় আবেলি



৩ বজাৰ পিচত। ৩ বজাত তেওঁৰ স্কটিছ চাৰ্চ্চ স্কুলৰ শিক্ষাদান শেষ কৰি বাহিৰে বাহিৰে বিশ্ববিদ্যালয়লৈ খোজ লয়। বিশ্ববিদ্যালয়ৰ ক্লাছ লোৱাৰ পিচতহে ঘৰলৈ উভতে।

দুৱৰাৰ পাঠ্যদানৰ বিষয় আধুনিক অসমীয়া কবিতা। অম্বিকানাথ বৰাৰ পাঠ্যদানৰ বিষয় অসমীয়া সাহিত্যৰ বুৰঞ্জী আৰু প্ৰাচীন অসমীয়া কাব্যৰ অংশ বিশেষ। শ্ৰীতীৰ্থনাথ শৰ্ম্মাৰ পাঠ্যদানৰ বিষয় অঙ্কীয়নাট, আধুনিক নাটক আৰু প্ৰাচীন কাব্যৰ অংশ বিশেষ।

প্ৰথম বছৰ অসমীয়া এম. এ. শ্ৰেণীত ছাত্ৰ-ছাত্ৰী তিনিজন, শ্ৰীদ্বিজেন্দ্ৰ মোহন গোস্বামী, শ্ৰীযাদবনাৰায়ণ দাস আৰু শ্ৰীমতী দুৰ্গায়তী শইকীয়া। দ্বিতীয় বছৰত ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্ম্মা, ৰজনীকান্ত চৌধুৰী আদি।

কলিকতা বিশ্ববিদ্যালয়ত অধ্যাপনা কৰাৰ সময়ৰে পৰা দুৱৰাই ওগিলভি হোষ্টেলৰ পৰিচালনাৰ দায়িত্বৰপৰা অব্যাহতি লয়। ইয়াৰ পিচত তেওঁ থাকিবলৈ লয় মাণিকতলাৰ আপাৰ চাৰকুলাৰ ৰোডৰ এটি ঘৰৰ ওপৰ মহলাত। ( 123-1-1 Upper Circular Road Suite No 20 )। ওপৰ মহলাৰ সিটো মূৰৰ এচুকত কিছুদিন সপৰিয়ালে শ্ৰীতীৰ্থনাথ শৰ্ম্মা বাস কৰিছিল।

কলিকতাত দুৱৰাই মাজে মাজে হৰেন কলিতা, বিৰিঞ্চিকুমাৰ বৰুৱা, ৰোহিণীকান্ত বৰুৱা আদিৰ লগত ফুৰিবলৈ যায়। সাধাৰণতে কলেজ স্কোৱাৰৰ পাৰ্কত ফুৰে। দুৱৰাই মানুহৰ বেছি সমাগম নোহোৱা ঠাইতহে ফুৰিব বিচাৰে। ফুৰি থাকোতে লগৰ কোনোজনে লাহেকৈ এটি কবিতাৰ আঁট উলিয়াই দিব লাগে। হয়তো দুৱৰাৰ নিজৰ নাইবা আন কোনো ইংৰাজ কবিৰ। কেতিয়াবা দুৱৰাই নিজেই ভাল ভাল ইংৰাজী কবিতা গাই যায়। লগৰ কোনো জনে হয়তো আপদাৰৰ সুৰত কয়, ইংৰাজীত থাকিলে কি হব অসমীয়াত তেনে কবিতা নাই। সেই অভিযোগে দুৱৰাৰ অন্তৰ স্পৰ্শ নকৰাকৈ নাথাকে। কেতিয়াবা কেতিয়াবা দুই এফাকি মুখে মুখে গাই যায়, কেতিয়াবা ৰাতি লিখি পিচদিনা ফালি পেলায়। দুৱৰাৰ অনুগামী গুণমুগ্ধ সেই সময়ৰ কলিকতা নিবাসী ছাত্ৰসকলে সেই কায়দা ভালদৰে বুজিছিল।

পিচৰ কালচোৱাত অৰ্থাৎ ১৯৩৮ খৃঃৰ পিচত কিছুকাল শ্ৰীতীৰ্থনাথ শৰ্ম্মাৰ লগত একেটা ফ্লেটতে বাস কৰিছিল। শ্ৰীশৰ্ম্মা দুৱৰাৰ Friend, Philosopher আৰু Guide. মাজে মাজে বন্ধৰ সময়ত দুয়ো মাণিকতলাৰ সিপাৰে ৰামকৃষ্ণ আশ্ৰমলৈ ফুৰিবলৈ যায়। শ্ৰীশৰ্ম্মায়ো আবেলি ফুৰোতে মাজে মাজে দুই এটি

কবিতাৰ আঁত উলিয়াই দিয়ে। কেতিয়াবা কোনো ইংৰাজী কবিতাৰ আলোচনা প্ৰসঙ্গত অসমীয়া সাহিত্যত তেনে কবিতাৰ অভাৱৰ কথা উন্নুকিয়ায়। কেতিয়াবা শ্ৰীশৰ্মাই নিজে দুই এটি ফাকি গাই দিয়ে। শিলনিৰ বুকুভেদি অবাৰিত ধাৰেৰে নিজৰা বৈ অহাৰ দৰে কবিৰ অন্ততো তেতিয়া কবিতাৰ স্মৃতি প্ৰবাহিত হয়। পিচদিনা দেখা যায় কবিৰ কাপত সৃষ্টি হৈছে এটি অনুপম কবিতা। শ্ৰীশৰ্মা ডাঙৰীয়াই দুৱৰাৰ মনৰ অৱস্থা বুজি তেনেভাবে চলচাই কঠিয়া সিচিব জানিছিল। এনে ভাৱে দুয়ৰাৰ দ্বাৰা ভালে কেইটি কবিতা ৰচনা কৰিছিল।

দুৱৰাৰ প্ৰথম খণ্ড কবিতাৰ সংকলন আপোন সুৰৰ প্ৰকাশ হয় ১৯৩৮ খৃঃত। ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাই আপোন সুৰৰ সংকলন কৰিছে। তেৱেঁই প্ৰথম সংস্কৰণ প্ৰকাশ কৰিছিল। দ্বিতীয় সংস্কৰণ প্ৰকাশ হয় ১৯৪৮ খৃঃত। দ্বিতীয় সংস্কৰণত শ্ৰীতীৰ্থনাথ শৰ্মাৰ ভূমিকা এখন সংযোগ কৰিছিল। দ্বিতীয় সংস্কৰণৰ প্ৰকাশক কলিকতাৰ এলেম প্ৰেছ।

কলিকতাত থকা অসমীয়া ছাত্ৰবিলাক প্ৰায়ে দুয়ৰাৰ তালৈ গৈ থাকে। যদি কেইদিনমান কোনোজন দুৱৰাৰ ওচৰলৈ নাযায় তেতিয়া তেওঁৰ অভিমান হয় বেছি। পোনতে তেওঁ দেখিলেও অভিমান কৰি নমতা হয়। অৱশ্যে এই অভিমান সৰহ সময় নাথাকে। অলপ পিচতে আকৌ চাহ মিঠাই খুৱাই পূৰ্ব্বৰ খং-ৰাগ পাহৰি যায়। আনৰ প্ৰতি তেওঁৰ যি খং অভিমান সি ধানখেৰৰ জুইৰ দৰে খন্তেকীয়া। অভিমান ভঙাৰ পিচত পূৰ্ব্বৰ খং অভিমানৰ লেশমানো কোনো ছাঁ নাথাকে। শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা ডাঙৰীয়াই তেনে অভিমানৰ কথা স্মৰণ কৰি লিখিছে—"আমি সঘনে যতীন দুৱৰাৰ ওচৰলৈ যাব লাগে। তেওঁৰ ওচৰত বঙালী ছাত্ৰ প্ৰায়ে গোট খাই থাকে। পাৰ্ব্বতিপ্ৰসাদ বৰুৱা গলে অসমীয়া গীত গাই শুনাব লাগে। তেওঁৰ "হেৰৌ বলীয়া নয়ন ভৰি ভৰি চা" শীৰ্ষক গীতটো কেবাজনো বঙালী লৰাই লিখি লৈ গাবলৈ শিকিছিল। গীতটোৰ ব্যাখ্যা পৰ্য্যন্ত কৰি তেওঁ-বিলাকক দিবলগীয়া হৈছিল। দুৱৰাদেৱৰ ওচৰলৈ কেবাদিনো নগৈ, ভালেমান দিনৰ মূৰত গলে তেওঁ আমাক দেখা মাত্ৰকে আমালৈ পিঠি দি ঘূৰি বহে। বহুত বেলি নমতাকৈ থাকে। এইদৰে নেদেখা ভাও ধৰি থাকি মুখ ওফোন্দাই কৰবাৰ লৰা দুটা আহিছে তাহাঁতলৈকো চাহ কৰিবি বুলি কয়। আমি ওচৰৰ বঙালী লৰাৰ লগত কথা পাতো। তেওঁলোকেও দুৱৰা কবিৰ ঠেহ দেখি বৰ ৰং পায়। ঠেহ ভাঙিলে চাহ জলপান খাই আৰু খুৱাই কলেজষ্ট্ৰীট মাৰ্কেটলৈ ওলাই আহে।



তাত তেওঁ প্ৰায়ে গোল নেমু কিনি লয়।" দুৱৰাই বিনন্দ বৰুৱাৰ 'প্ৰতিধ্বনি' নামৰ কবিতা সংকলনখনৰ পাতনি লিখিছিল।

মাজতে ভালে কেইবছৰ দুৱৰা অসমলৈ অহা নাছিল। পিচত এবাৰ আহিল ১৯৪১ খৃঃৰ জুনমাহৰ গৰমৰ বন্ধত। কেচুৱাতে দেখা দুই এজন ভাতিজা তেতিয়া নাচিবাগি ফুৰিব পৰা হৈছে। বহুদিনৰ মূৰত বাপুদাক পাই সকলোটিৰে মহা আনন্দ। তেওঁৰ ভ্ৰমণ অকল শিৱসাগৰতে সমাপ্ত নকৰি যোৰহাট আদিলৈকো আহিছিল। যোৰহাট সাহিত্য সভাৰ পক্ষৰপৰা দুৱৰাক ৰাজহুৱাভাবে সম্বৰ্দ্ধনা জনোৱা হয়। ১৫ জুনত সম্বৰ্দ্ধনা সভা অনুষ্ঠিত হয়। ১৬ জুনত যোৰহাটতে অমূল্য বৰুৱাৰ দুৱৰাৰ লগত প্ৰথম পৰিচয়। প্ৰথম পৰিচয়তে দুৱৰাৰ প্ৰতি অমূল্য বৰুৱা আকৃষ্ট হয়।

যোৰহাট সাহিত্য সভাৰ অভ্যৰ্থনাই দুৱৰাক অভিভূত কৰিছিল। অসমৰ পৰা গৈয়ে শ্ৰীযতিনাৰায়ণ শৰ্মালৈ লিখা চিঠি এখনত লিখিছে "যোৰহাটৰ সাহিত্য সভাই মোক যি সন্মান দেখুৱালে সি মোৰ জীৱনৰ এটা ডাঙৰ ঘটনা বুলি ধৰি লৈছো। মাথোন বেজাৰ লাগিছিল যে মই তাৰ অলপো উপযুক্ত নহও। মই এইখিনি কথা বিনয় কৰি কোৱা নাই। আৰু তেনে কথা কোৱা মোৰ অভ্যাসো নাই। মাথোন ঈশ্বৰক খাটো যেন তেওঁলোকৰ মৰম চেনেহৰ মোক উপযুক্ত কৰে।"

দুৱৰা পুনৰ অসমলৈ আহে ১৯৪২ খৃঃৰ ২৬ মাৰ্চত। তেতিয়া পৃথিৱী বিয়পা দ্বিতীয় মহাসমৰ। দ্বিতীয় মহাসমৰৰ ঢৌৱে ভাৰতবৰ্ষৰ পূব প্ৰান্তৰ অসম আৰু কলিকতা মহানগৰীত ৰাৰুকৈয়ে লাগিছিল। ইপিনে বিয়াল্লিছৰ গণ আন্দোলন। তেতিয়া কলিকতা অশান্ত। মানুহৰ জীৱনৰে নিৰাপত্তা নোহোৱা অৱস্থা। কলিকতাৰ তেনে অৱস্থাৰ বাবে তেওঁক বিষ্ণুপ্ৰসাদ দুৱৰাই আহিবলৈ টানি লিখে। পোনতে গুৱাহাটীলৈ আহি বিষ্ণুপ্ৰসাদ দুৱৰাৰ ঘৰতে দুদিনমান থাকে। পিচতহে শিৱসাগৰলৈ যায়। ১৬ মাৰ্চৰ পৰা ৩০ এপ্ৰিললৈকে ডেৰ মাহৰ চুটী লৈ আহিছিল। ২৩ মাৰ্চৰ দিনৰ এঘাৰমান বজাত ঘৰ পায়হি। দুৱৰাই চাহ বৰকৈ খায়। শিৱসাগৰলৈ আহি তেওঁ এটি অসুবিধাৰ সমুখিন হয় চাহৰ বাবে। তেতিয়া শিৱসাগৰ বজাৰত চাহপাতৰ অভাৱ। অৱশ্যে পিচত সেই অভাৱ আঁতৰিল।

শিৱসাগৰত দুৱৰাক হাত সাবটি বহি থাকিব নিদিলে। ৰাজহুৱা জীৱনৰ পৰা আঁতৰি থাকিব বিচাৰিলেও টানি নিলে। ২৮ মাৰ্চ তাৰিখে জয়মতী উছৱত সভাপতি হব লগা হয়। দুৱৰাই জয়মতী উছৱত দিয়া ভাষণখনি সাৰুৱা আৰু

মনোৰঞ্জক। ভাষণখনিত প্ৰকাশ পাইছিল দুৱৰাৰ স্বদেশ প্ৰেম—"দেশ প্ৰেম এটি অনুভূতিৰ বস্তু। সাধাৰণ সহজ অনুভূতিৰে ইয়াক উপলব্ধি কৰা টান। প্ৰাণত যেতিয়া ইয়াৰ প্ৰেৰণাৰ সঞ্চাৰ হয়, তেতিয়া আপোন পৰ সকলো পাহৰি যায়। যিবিলাক কাম সাধাৰণতে আমাৰ চকুত কঠোৰ বা অসহনীয় যোধহয় সেইবিলাক কামেই ইয়াৰ কাৰণে অতি সহজ সাধ্য হৈ পৰে।"

৪ এপ্ৰিল তাৰিখে যোৰহাট ৰ'দালি সভাৰ তৰফৰ পৰা দুৱৰাক সম্বৰ্দ্ধনা জনোৱা হয়। সভাত সভাপতিত্ব কৰিছিল চন্দ্ৰধৰ বৰুৱাই। যোৰহাটৰ বিষ্ণুৰাম হলত অনুষ্ঠিত সভাত চহৰৰ ভালেমান গণ্যমান্য লোক উপস্থিত আছিল। শ্ৰীযতিনাৰায়ন শৰ্ম্মা, অমূল্য বৰুৱা আৰু শ্ৰীৰাজেন্দ্ৰ নাথ হাজৰিকা আদি আছিল ইয়াৰ গুৰি ধৰোতা। এই গুণমুগ্ধ ছাত্ৰসকলে সততে দুৱৰাক লগ নেৰিছিল। দুৱৰা আছিল জগন্নাথ বৰুৱা কলেজৰ উপাধ্যক্ষ তুলসী নাৰায়ণ শৰ্ম্মাৰ ঘৰত। তেওঁলোকৰ ড্ৰইং ৰুমত ছাত্ৰসকলে ঘৰুৱাভাৱে দুৱৰাৰ লগত নানান কথা আলোচনা কৰিছিল। আলোচনাৰ বিষয় কবিৰ কাব্য ধাৰা ওমৰ, হাফিজ আদিৰ কাব্য আৰু দৰ্শন। আলোচনা প্ৰসঙ্গত কোনোবা এজনে প্ৰশ্ন কৰিলে "আপুনি আৰু লুইতেদি কিমান দিন ভটিয়াই যাব? যুদ্ধ লাগিছে যেতিয়া উজাই আহক।" এই প্ৰশ্নই অভিমানি কবিৰ অন্তৰত অভিমান হে জগালে। "মোক কেনোৱে বুজি নাপায় বুজিবলৈ যত্ন নকৰে'। কোনোবা এজনে দুৱৰাক আদৰনি জনালে 'নাৱৰীয়া আহা ঘৰলৈ' কবিতাৰে। তাৰ উত্তৰত দুৱৰাই তেতিয়াই ৰচনা কৰিলে "সৰা পাত জাৰকালি উপচি পৰিব, সেয়ে দিব বাট দেখুৱাই।"

দুৱৰাক এইবাৰ অমূল্য বৰুৱাই তেওঁৰ ঘৰলৈকো লৈ যায়। তেওঁ অমূল্য বৰুৱাৰ ঘৰটোৰ নাম দিয়ে 'পূবেৰুণ'। পূবেৰুণতে দুৱৰাই অমূল্য বৰুৱাৰ বাবে ৰচনা কৰে এফাকি কবিতা।

পুৱাৰ অৰুণে দিয়া উলাহ বাতৰি
পশে যেন তোমাৰ দিয়াত
সেউজীয়া পৰাণৰ কোমল অন্তৰ
নাচে যেন নতুন আশাত।

দুৱৰাই শ্ৰীযতিনাৰায়ণ শৰ্ম্মাৰ ঘৰ Air House-ৰ নাম দিয়ে 'বতাহী বহা'। শ্ৰীযতিনাৰায়ণ শৰ্ম্মাৰ আহ্বানত ১৩ জুনত পুনৰ এদিনৰ বাবে যোৰহাটলৈ আহিছিল।

লাহে লাহে গৰমৰ বন্ধ অন্ত পৰিল। কলিকতালৈ যাবলৈ ওলাল। ২১ জুনত



ডিব্ৰুগড়লৈ আহিল। ডিব্ৰুগড়ৰ পৰাই ২৩ জুনত ৰেলেৰে কলিকতালৈ যাত্ৰা কৰিলে। ২৫ তাৰিখে নিশা ৮ মান বজাত আমিনগাওঁ পাই জানিব পাৰিলে ট্ৰেইন আৰু নাযায়। দুঠাইত দুখন দলং ভাগিছে। ৰাতিপুৱা জাহাজেৰে ধুবুৰীলৈ যোৱাৰ সঙ্কল্প কৰি নিশাটো আমিনগাৱঁৰ প্লেট ফৰ্মতে কটালে। পিচদিনা গোটেই দিনটো বাট চালে যদিও জাহাজ নাপালে। লঘোনে ভোকে তাতেই পৰি থাকিল। আমিনগাওঁত থকা এজন ডাক বিভাগত কাম কৰা অসমীয়া ডেকাই দুৱৰা তেনেভাৱে তাতে পৰি থকা গম পালে। লৰাজনে সেইবেলি বি-এ পৰীক্ষা দিছে। তেওঁ দুৱৰাক আথেবেথে নিজৰ থকা ঠাইলৈ নি নিজে ৰান্ধি বাৰি এমুঠি ভাত খাবলৈ দিলে। দুৱৰাই বাটত যতে ততে ভাত নাখায়। আদৰ সাদৰ কৰি নি ভাত খাবলৈ ধৰাত লৰাজনৰ কষ্ট হব বুলি তেওঁ আপত্তি কৰিছিল। কিন্তু লৰাজনে নেৰিলে "চাৰ আপুনি একো নকব নাৱৰীয়াক চাবৰ যে কিমান হেপাহ আপুনি নেজানে। আজি যেতিয়া পালো মোৰ যি মন যায় তাকে কৰিম।" লৰাজনে দিনটো কৰিক এৰি নিদিলে। নিশাটো তাতেই থাকিল।

আমিনগাৱঁৰে যোৱাৰ কোনো উপায় নেদেখি পুনৰ লামডিঙলৈ উভতিল। পিচদিনা লামডিঙৰ পৰা বদৰপুৰলৈ আহিল। চিলেট হৈ যাব। তাৰ পৰা চাদপুৰ পালে। চাদপুৰত জাহাজত উঠি গোৱালগুলৈ আহিল। বাটত আহাৰ কেৱল ৰুটি বিস্কুট আৰু চাহ। জাহাজত খালে দৈ আৰু সন্দেশ। গোৱালগুত ৰেলত উঠি নিশা বাৰ বজাত কলিকতা পালে। ২৩ জুনত ডিব্ৰুগড়ৰ পৰা যাত্ৰা কৰি ২৯ জুনত সাতদিনৰ মূৰত কলিকতা পালেহি। বাটত অনাহাৰ অনিদ্ৰা দুখ ভাগৰৰ অন্ত নাই।

কলিকতাৰ অশান্ত অৱস্থা দুৱৰাৰ বাবে অসহনীয় হৈ পৰিছিল। তেওঁ একেবাৰে কলিকতা এৰি অহাৰ কথা চিন্তা কৰিছিল যদিও সি কাৰ্য্যকৰী হৈ উঠা নাছিল। কলিকতাৰ পৰা আহি "কৰিব কি? চলিব কেনেদৰে? ইপিনে কলিকতাৰ বিপদ দিনে দিনে বাঢ়ি আহিছে।" কিন্তু "কলিকতাৰ পৰা অহা মানে একেবাৰে কাম এৰি দি যোৱা। টকাই সকলো। নহলে অন্ন চিন্তা চমৎকাৰ। দুবেলা দুমুঠি খাবলৈকো সেই ভাবনা আহি পৰেহি। অৰ্থাৎ মোৰ ইয়াৰ পৰা যোৱা মানে আলিবাটত বহা যাক ইংৰাজীত বোলে Literally stranded."

অসমৰ কোনো এখন কলেজত যদি অধ্যাপনাৰ সুযোগ পালেহেঁতেন তেওঁ নিশ্চয় আহিলহেঁতেন। সেই সুযোগ নিমিলিল। দুখ বেজাৰ কৰি

পুনৰ সেই অশান্তিৰ মাজতে কাল কটাব লগা হল। কবিয়ে বিচাৰে এটি শান্ত সমাহিত পৰিবেশ, এটি নিৰ্জ্জন মুহূৰ্ত্ত। যুদ্ধৰ ধাম খুমিয়া, অশান্ত পৰিবেশ কবিৰ কাম্য নহয়। এবাৰ পিচে তেওঁ ছিলংৰ লেডী কিন কলেজত অধ্যাপনাৰ সুযোগ পাইছিল। আটাউৰ ৰহমানে লেডী কিন কলেজত অধ্যাপনাৰ ব্যৱস্থা কৰিছিল। দুৱৰাৰ নিযুক্তিৰ বাতৰিয়ে সকলোকে আনন্দও দিছিলে। দুৱৰা কলেজত যোগদান কৰাৰ আগতে অমৃত বজাৰ পত্ৰিকাত বাতৰি ওলালেই "We are glad to inform that we have secured for our College the services of the distinguished literateur, Shri Jatindra Nath Dowarh of Assam. কিন্তু লাজকুৰীয়া কবি দুৱৰাৰ লেডী কীন কলেজত অধ্যাপনা কৰা নহল। নোযোৱাৰ মূল কাৰণ কলেজখন ছোৱালীৰ কলেজ। অভিমানী কবিয়ে কিবা এক অভিমানত যাচি দিয়া সুযোগক এনেভাবে প্ৰত্যাখান কৰিলে। কিন্তু পিচত কবিয়ে যোৰহাটত এখন ছোৱালী কলেজ হলে অধ্যাপনা কৰাৰ ইচ্ছা প্ৰকাশ কৰিছিল। অৱশ্যে তেতিয়ালৈকে যোৰহাটত ছোৱালী কলেজ স্থাপন হোৱা নাছিল। তাৰ বহু বছৰ পিচতহে হৈছে।

এই কালচোৱাৰ ভিতৰত শ্ৰীযতিনাৰায়ণ শৰ্ম্মা দুৱৰাৰ ওচৰলৈ কেবা বাৰো অহাযোৱা কৰিছিল। শৰ্ম্মাৰ লগত দুৱৰাৰ পৰিচয় "চেনেহী" নামৰ কবিতা পুথিখনিৰ জৰিয়তে, ১৯৪১ খৃঃত। পিচত গৈ দুয়োৰে ঘনিষ্ঠতা গভীৰ হয়। শৰ্ম্মা মাজতে প্ৰায় তিনিবছৰমান দুৱৰাৰ লগতে একেলগে আছিল। জীৱনৰ বোধহয় সকলো কথাকে একমাত্ৰ উজাৰি কৈছিল যতিনাৰায়ণ শৰ্ম্মাকেহে।

১৯৪৫ খৃঃত অমূল্য বৰুৱা যোৰহাটৰ জগন্নাথ বৰুৱা কলেজৰপৰা বি. এ. পাছ কৰি কলিকতালৈ এম. এ. পঢ়িবলৈ যায়। কলিকতালৈ গৈ বিশ্ববিদ্যালয়ত এম. এ. আৰু ল শ্ৰেণীত ভৰ্ত্তি হয়। অমূল্য বৰুৱা কলিকতালৈ গৈ পোনতে যতীন্দ্ৰনাথ দুৱৰাৰ লগতে থাকিবলৈ লয়। যোৰহাটৰ বুধীন বৰুৱাও কিছুদিন একে লগে আছিল। বাসস্থান আপাৰ চাৰকুলাৰ ৰোডৰ ফ্লেটৰ চুইট নং ২০। কলিকতালৈ গৈয়ে পোনতে অমূল্য বৰুৱাৰ ডিচেনট্ৰি হল। অমূল্য বৰুৱাৰ অসুখে দুৱৰাৰ মাক দেউতাকতকৈ বেছিহে চিন্তান্বিত কৰি তুলিলে। অসুখৰ সময়ত মাকলৈ লিখা চিঠি এখনত সেই কথা স্পষ্টভাবে প্ৰকাশ পাইছে—"মোৰ নিচিনা মানুহৰ পক্ষে তাৰ কাৰণে যিমানদূৰ যত্ন লোৱাৰ সম্ভৱ তাৰ ত্ৰুটি হোৱা নাই বুলিয়ে মোৰ বিশ্বাস। অৱশ্যে কামত কিমানদূৰ হৈছে কব নোৱাৰো। উঠি অহা ডেকালৰাবিলাকে তেওঁলোকৰ নিজৰ দেহাটোকে লোৰে গঢ়া বুলি নাভাবি,



তেজ মঙাহেৰে গঢ়া বুলি ভাবি, নিজক খোৱা-বোৱা ফুৰা-চকা ইত্যাদি সকলো বিষয়তে যদি সংযতভাবে গা চাই চলাই তেন্তে তাত তেওঁলোকৰ মঙ্গলৰ বাহিৰে অমঙ্গল নহব বুলিয়েই মই ভাবো। অমূল্যলৈ মোৰ মৰম সম্পৰ্কে মই একোকে নকও। সি নিজেই যেনে ভাবে ভাবক। আপোনালোক দুয়ো মোৰ সাদৰ সম্ভাষণ লব। ৰেণু, লাবুক মোৰ স্নেহাশীষ দিব।"

এবাৰ অমূল্য বৰুৱালৈ ঘৰৰপৰা পিঠাপনাৰ টোপোলা এটি পঠিয়াইছিল। তেতিয়া অমূল্য বৰুৱা ঘৰৰ পৰা বাহিৰত। অমূল্য বৰুৱা উলটিলত দুৱৰাই হেনো দেখুৱাই খায় আৰু কয় "এই চোৱা তোমাৰ বস্ত আমি খাইছো।"

অমূল্য বৰুৱাই মাজে মাজে দুৱৰাৰ লগত ধেমালি কৰিছিল। অমূল্য বৰুৱাই দুৱৰাক ধেমালিতে 'দাদু' বোলে। দাদু বুলিলে দুৱৰাৰ বৰ খং। "মোক দাদু বোলাতকৈ দুদু বুলিবি।" এইবুলি ওফোন্দ পাতে। অৱশ্যে এই ওফোন্দ ভাঙিবলৈ সৰহ পৰ নালাগে।

মাজে মাজে দুৱৰাৰ স্নো, পাউদাৰ, ক্ৰিম, তেল কিনি দিবলৈ অমূল্য বৰুৱা, বুধীন বৰুৱাহঁতে নিউমাৰ্কেটলৈ লগত লৈ যাব লাগে। দুৱৰাই সদায় বিচাৰে বিলাতী বস্ত। ইভিনিং ইন পেৰিচ, ইয়াৰ্ডলি পাউদাৰ ক্ৰিম। অমূল্য বৰুৱাই মাজে মাজে 'কিয় তেওঁ দেশীয় বস্ত ব্যৱহাৰ নকৰি তেনেদৰে বিলাতী বস্ত বিচাৰি হাবাথুৰি খাব লাগে।' তাৰ উত্তৰত দুৱৰাই হেনো কয় "টেঙা খালে অসমীয়া খাবা, চৰ্চৰি খালে বঙালীৰ খাবা। স্নো-পাউদাৰ হৈছে বিদেশী বস্ত। পৰাপক্ষত বিদেশী ব্যৱহাৰ কৰিব লাগে।"

অমূল্য বৰুৱাই ধেমালি কৰি এদিন কলে "তেতিয়া হলে আপোনাক এখন জাহাজত তুলিদি ইউৰোপ অভিমুখে বঙ্গোপসাগৰত পাৰি দিও তাত আপুনি লুইতৰ নাৱৰীয়াৰ কবিতা নিলিখি সাগৰৰ জল দস্যুৰ কবিতা লিখিব।" এই কথাত অভিমানি দুৱৰাৰ অভিমান বেছিহে হ'ল। অমূল্য বৰুৱাই যেনেদৰে দুৱৰাৰ খং তোলে তেনেদৰে অভিমান ভাঙিবও জানে। তেনে অভিমানো বেছি সময় নাথাকে।

বিলাতী বস্ত ব্যৱহাৰ কৰাৰ দৰে দুৱৰাই ৰবিদিনত গ্ৰিটিংচ পঠিয়াই, বন্ধু বান্ধৱক মাতি আনি চাহ মিঠাই খুৱায়ো বৰ ভাল পায়। সেইবুলি বিহুৰ দিনা নিজ দেশ, নিজ ঘৰ আৰু চেনেহৰ বিহুটিক এবাৰ সুঁৱৰি হুমুনিয়া কাঢ়িবলৈ নাপাহৰে।

কলিকতাত সেই সময়ত নৌ বিদ্ৰোহ, আই. এন. এ. দিৱস আদি নানান

আন্দোলন। অমূল্য বৰুৱা তেতিয়া দুৱৰাৰ লগতে। কিছুদিন পিচত ৰাজা ৰজাৰত ২নং ৰাজা ৰামনাৰায়ণ ষ্ট্ৰীটত কলিকতা বিশ্ববিদ্যালয়ৰ নতুন ছাত্ৰাবাস মুকলি কৰা হয়। প্ৰথমতে ছাত্ৰাবাসত ছাত্ৰ সংখ্যা ৫১ জন। অমূল্য বৰুৱাও দুৱৰাৰ লগৰ পৰা এই নতুন ছাত্ৰাবাসলৈ আহিল।

১৯৪৬ খৃঃৰ ১৪ আগষ্টৰ পৰা কলিকতাত সাম্প্ৰদায়িক সংঘৰ্ষৰ সূত্ৰপাত হয়। অমূল্য বৰুৱা তেতিয়া ৰাজা ৰামনাৰায়ণ ষ্ট্ৰীটৰ ছাত্ৰাবাসত। ১৫ আগষ্টত দুই এটি মাৰ-পিটৰ বাহিৰে অৱস্থা সিমান বেয়ালৈ যোৱা নাছিল। ১৫ আগষ্ট ৰাতিপুৱাতে যতীন্দ্ৰনাথ দুৱৰা অমূল্য বৰুৱাৰ ছাত্ৰাবাসলৈ আহিল। পহিলাবাৰ গণ্ডগোলৰ সময়ত দুৱৰাৰ লগতে আছিল। এইবাৰ গণ্ডগোলৰ অজানিত আকাঙ্খাত দুৱৰাই অমূল্য বৰুৱাক নিজৰ বাস ভৱনলৈ নিবলৈ টানি ধৰিলে। ইয়াৰ ঠিক চাৰিদিন আগত যোৰহাটৰ বালিগাৱঁৰ পৰা আনন্দ ফুকন এম. এ. পঢ়িবলৈ আহি অমূল্য বৰুৱাৰ লগতে আছিল। দুৱৰাৰ আহ্বানত অমূল্য বৰুৱাই আলহীৰ আজুহাত দেখুৱালে। দুৱৰাই নেৰেহে নেৰে "তোমাৰ আলহীকো তালৈকে লৈ বলা।" কোনোপধ্যে নেৰাত অমূল্য বৰুৱাই কথা দিলে পিচদিনা দুয়ো যাবগৈ। তেতিয়া দুৱৰাই ওফোন্দ পাতিলে "অকলৈ যাব নোৱাৰে। আগবঢ়াই থব লাগে।" "জানিছো চাৰ, আপোনাক আগবঢ়াই থব লাগিব।" এইবুলি দুয়ো দুৱৰাক আগবঢ়াই থবলৈ গল। গৈ ঘৰ পোৱাত দুৱৰা চিৰিৰে ওপৰলৈ উঠিব ধৰিলে। অমূল্য বৰুৱাই তেতিয়া তলৰ পৰাই কলে। "এতিয়া পাৰিব নহয় চাৰ।" দুৱৰাৰ ইচ্ছা আছিল ঘৰলৈ নিব পাৰিলে তেওঁৰ বনকৰা লৰা সাধনে কেতিয়াও এৰি নিদিয়ে। অমূল্য বৰুৱাই দুৱৰাৰ মনোভাব বুজিব পাৰিয়ে তলৰ পৰাই বিদায় মাগিলে। অমূল্য বৰুৱাই তেনে কৰাত অভিমানি দুৱৰাৰ অভিমান বেছিহে হল। অভিমান কৰি অমূল্য বৰুৱাৰ কথাৰ উত্তৰো নিদি ফো-ফোৱাই ওপৰলৈ উঠি গল। অমূল্য বৰুৱাই অভিমান বুজিব পাৰি তলৰ পৰাই আকৌ কলে "চাৰ খং নকৰিব কাইলৈ মই আহিম।" সেই কাইলৈ অহা আৰু কোনো দিনে নহল। দুৱৰা আৰু অমূল্য বৰুৱাৰ এয়ে শেষ দেখা।

১৬ আগষ্টৰ পৰা ঘটনা ক্ৰমে জটিল ৰূপ ললে। ১৮ আগষ্ট দেওবাৰে গুণ্ডাৰ হাতত ছাত্ৰাবাসৰ মজিয়াতে অমূল্য বৰুৱা আৰু আনন্দ ফুকনৰ জীৱন শেষ হ'ল। দিন দুপৰতে গুণ্ডাৰ হাতত অসমৰ এটি উজ্জ্বল ৰত্ন, ভৱিষ্যতৰ বিৰাট সম্ভাৱনাপূৰ্ণ এজনা প্ৰতিভাশালী কবিৰ জীৱন-বন্তী নিৰ্বাপিত হল। চেনেহৰ অমূল্য বৰুৱাৰ



মৃত্যু দুৱৰাৰ জীৱনৰ এটি প্ৰচণ্ড আঘাত। শেষ বয়সতো কবিক কোনোৱে অমূল্য বৰুৱাৰ কথা সোঁৱৰাই দিলে অতিভূত হৈ পৰা দেখা গৈছিল।

অমূল্য বৰুৱাৰ মৃত্যু আৰু সাম্প্ৰদায়িক সংঘৰ্ষৰ নিৰ্ম্মম হত্যাকাণ্ডই দৰদী কবি দুৱৰাৰ হিয়া ভাঙি চুৰমাৰ কৰিলে। এই ঘটনাৰ কিছুদিন পিচত দুৱৰা অসমলৈ আহিল। ১৯৪৬ খৃঃৰ চেপ্টেম্বৰ মাহৰ আগভাগতে শিৱসাগৰলৈ আহি নিজৰ ঘৰতে জিৰণি ললে। শাৰীৰিক মানসীক বেদনাত দুৱৰা জৰ্জৰিত। শিৱসাগৰলৈ আহিল যদিও সৰহ দিন থকা নহল। অক্টোবৰ মাহত পুনৰ কলিকতালৈ উভতি গৈ চাকৰিত যোগদান কৰিলে। চাকৰিত পুনৰ যোগদান কৰিলে যদিও কলিকতাত সৰহ দিন থকা নহল। কলিকতাৰ সাম্প্ৰদায়িক সংঘৰ্ষৰ কেচা তেজৰ প্লাৱনে দুৱৰাৰ কোমল অন্তৰত বাৰকৈয়ে আঘাত দিলে। যি বিভৎস ৰূপ নিজ চকুৰে দেখিলে সেই বিভৎস স্মৃতি লৈ কলিকতা মহানগৰীত তেওঁৰ পক্ষে থকাটো সম্ভৱ নহল।

১৯৪৭ খৃঃত দুৱৰা এবাৰ টাইফয়দ ৰোগত আক্ৰান্ত হল। অসুখৰ বাতৰি পাই শিৱসাগৰৰ ঘৰৰ পৰা দুৱৰাৰ সৰু নবৌ শ্ৰীযুতা দীক্ষদালতা দুৱৰা, আৰু ভাতৃ-পুত্ৰ-কন্যা শ্ৰীহেমন্ত দুৱৰা আৰু শ্ৰীমতী অঞ্জনা বৰুৱা ( বিৰি ) কলিকতালৈ গ'ল। দুৱৰা প্ৰায় এমাহ কাল ৰোগশয্যাত পৰি থাকিব লগা হল। তেতিয়াও কলিকতা মহানগৰীৰ অৱস্থা অশান্ত। বাহিৰত মুকলি ভাবে ফুৰা চকা কৰিব নোৱাৰি।

অসমৰ পৰা বুধীন বৰৱাই দুৱৰালৈ এটেকেলি অসমীয়া গুৰ লৈ গৈছিল। ঘিলা পিঠা, চুঙা পিঠাৰ দৰে গুৰো তেওঁৰ বৰ প্ৰিয়। মাজে মাজে মুখত দিয়ে। অসুখ বাবে নবৌৱেকহঁতে বাধা দিয়ে। সেইবাবে ৰাতি দুই বজাত সাৰ পালে দুই এদোখৰ গুৰ আনি মুখত দিয়ে। ৰাতিপুৱা সুধিলে আকৌ সৰু লৰাৰ দৰে লাজকুৰীয়া ভাবে কয় "কোনে গুৰ খাইছে মই কব নোৱাৰো।"

অসুখ ভাল হলত পৰিয়ালবৰ্গই দুৱৰাক চিৰদিনৰ বাবে কলিকতাৰ পৰা লৈ আহিবলৈ স্থিৰ কৰিলে। সুদীৰ্ঘ একুৰি ওঠৰ বছৰ কাল কলিকাতাত থকাৰ পিচত ১৯৪৭ খৃঃত চিৰদিনৰ বাবে কলিকতাৰ পৰা আঁতৰি আহিবলৈ ওলাল। কলিকতা মহানগৰী দুৱৰাৰ অকল কৰ্ম্মভূমিয়ে নহয়, শিক্ষা ভূমি আৰু প্ৰেৰণাৰ থলী। কলিকতা মহানগৰীত নথকা হলে হয়তো দুৱৰাই ইমান সহজতে বিদেশী পুথি, বিদেশী ভাবধাৰা আৰু বিদেশী দৰ্শনৰ আভাসেৰে অসমীয়া সাহিত্যৰ ভৰাল চহকী কৰিব নোৱাৰিলেহেঁতেন। কলিকতাত বেজবৰুৱাৰ সান্নিধ্যয়ো

সাহিত্য সৃষ্টিত প্ৰেৰণা যোগাইছিল। কলিকতাতে দুৱৰাই যেনেদৰে জীৱন গঢ়িছিল কলিকতাতে শৰীৰটো কাললৈ ঘুনীয়া কৰিছিল।

দুৱৰাই কলিকতা এৰাৰ মুহূৰ্তটো এটি করুণ মুহূৰ্ত। স্কুলৰ বঙালী শিক্ষক সকলৰ মাজতো দুৱৰা অতি প্ৰিয়। বহুতৰে 'যতীনবাবু' 'দাওৱাবাবু' আৰু মহিলা সকলৰ 'ঠাকুৰ বাবা'। আহিবৰ সময়ত স্কটিছ চাৰ্চৰ শিক্ষকবৃন্দ বৰ অভিভূত হৈ পৰিছিল। সহকাৰী প্ৰধান শিক্ষক এছ. কে. দেই শ্ৰীমতী অঞ্জনা বৰুৱাক কৈছিল "আমাৰ মৰমৰ মানুহজনক আপোনালোকে চিৰদিনৰ বাবে আঁতৰাই নিব বিচাৰিলে, চাব যেন জীৱনত কোনে ধৰণৰ কষ্ট নাপায়।"

১৯৪৭ খৃংতে কলিকতা এৰিলে যদিও দুৱৰাৰ পদত্যাগ গ্ৰহণ কৰিলে ১৯৪৮ খৃংৰ ১ চেপ্টেম্বৰৰ পৰা। সুদীৰ্ঘ এক্‌বি ছবছৰ কাল এইখন বিদ্যালয়তে শিক্ষকতা কৰি হৈ পৰিছিল সকলোৰে প্ৰিয়পাত্ৰ। স্কুলৰ উন্নতিৰ বাবে তেওঁ দেহে-কেহে খাটিছিল। সেয়েহে তেওঁৰ পদত্যাগ গ্ৰহণ কৰি পৰিচালনা সমিতিয়ে দুখেৰে সৈতে প্ৰস্তাৱ গ্ৰহণ কৰিছিল The managing committee resolved to record great regret at the departure of Mr. Dowerah and deep appreciation of his 26 years of exceptionally faithful serviced.

As a young man, Mr. Dowerah took an interest in scouting and was an officer of the school group. At the inception of the school Magazine, he did pioneer work and became its first Editor. His willingness and obility in starting new things and seeing them through was of great use to the collage as well as to the schools, for he helped in the founding of several of the college hostels."

স্কটিছ চাৰ্চ কলেজ, কলেজিয়েট স্কুল, কলিকতা বিশ্ববিদ্যালয়, লেডী জেন ডাওাজ হোষ্টেল, ওগিলভি হোষ্টেল দুৱৰাৰ শিক্ষা আৰু কৰ্ম্ম ভূমি। আনহাতে ওমৰ তীৰ্থ, কথা কবিতা, আৰু আপোন সুৰ ছপা হৈ ওলায় কলিকতাত থকা কাল-ছোৱাতে। মিলনৰ সুৰ আৰু বনফুলৰ কবিতাৰো জন্ম কলিকতা মহানগৰীতে। সেয়েহে পিচৰ জীৱনত ভাতিজাক সকলে মাজে মাজে সোঁৱৰাই দি ধেমালি কৰিছিল "কলিকতাৰ সে দিন গুলি।" তাৰ উত্তৰত দুৱৰাই বেজাৰেৰে কৈছিল "সে দিন আৰ আচবে না। কি ছিলাম আৰ কি হলাম।"



কলিকতাৰ পৰা ঘৰলৈ আহিয়ে হেনো অভিমানি দুৱৰাই কৈছিল" আহোমৰ চকলং, হিন্দুৰ বেদ তোমালোকৰ পাতলিত পৰিলো যি কৰা সেই।"

কলিকতাত হোষ্টেল নাইবা আন যতেই নাথাকক তেওঁৰ বাবে আচুতীয়া কোঠা ছুটা। এটা তেওঁৰ শোৱনি আৰু বহা কোঠা, আনটো ৰান্ধনি কোঠা। তেওঁৰ শোৱা আৰু বহা কোঠাতো আটোম-টোকাৰিকৈ সজোৱা আৰু চালে চকুৰোৱা। বিছনাখন বেছ পৰিপাতি। কাষতে এডাল আলনা। তলত শাৰী শাৰীকৈ জোতাকেইযোৰ সজাই থোৱা থাকে। জোতাকেইযোৰ চিক্‌চিকীয়া—কতো অকণো মলি নাই। ঠিক দুৱাৰমুখতে এখন পা-পোচ। পা-পোচত ভৰি মুচি জোতাযোৰ সোলোকাই হাতেৰে নি আলনাত সজাই থয়। কাষৰ চেল্‌ফখনত সাজাই থোৱা থাকে নানান ইংৰাজী বঙালী কিতাপ-আলোচনী। একাষত টেবুলখন। টেবুলৰ ড্ৰয়াৰত ইংৰাজী, বঙালী, অসমীয়া কবিৰ বিবিধ কাব্য-গ্ৰন্থ। বেৰৰ দাঁতিত কেইখনমান চকী শাৰী শাৰীকৈ সজাই থোৱা। একাষত এখন ধুনীয়া আৰামী চকী। প্ৰায়ে এই আৰামী চকীখনত বহি পঢ়া-শুনা কৰে। যেতিয়াই দুৱাৰাৰ ওচৰলৈ যোৱা যায় তেতিয়াই দেখা যায় তেওঁৰ কোঠাটো আটোম-টোকাৰীকৈ সজাই ৰাখিছে। অকণমান বিশৃঙ্খল সহ্য নহয়।

পোছাক-পৰিচ্ছদত সাধাৰণ, ধুতি পাঞ্জাবী কিন্তু গেঞ্জীৰ পৰা জোতালৈকে পিন্ধি থকা প্ৰতিটো বস্তুৱে চাফচিকন। হাতত আঙুঠি, চকুত ৰোল্ডগোল্ডৰ চশমা, ৰোল্ডগোল্ডৰ বুটাম, জেপত চেন্টসনা ৰুমাল। কায়িক সৌন্দৰ্য্যতো দুৱৰা 'দৰশিত সুন্দৰ গৌৰ কলেবৰ।'

দুৱৰাৰ বেশভূষাহে যে নিকা এনে নহয়, চাহৰ কাপটো অকণো দাগ বা গাখীৰৰ সৰ লাগি থাকিব নোৱাৰিব। দুৱৰাই চাহ বৰকৈ খায়। কিন্তু যেনে তেনেকৈ নাখায়। চেকনিত চাহপাত দি সুন্দৰ ৰং আৰু গাখীৰ মিহলাই ভালদৰে খায়। ৰাতিপুৱা প্ৰায় পাচ বজাতে টোপনিৰ পৰা উঠে। ভালদৰে মুখ হাত ধুই প্ৰথম চাহ কাপ নিজেই কৰি খায়। বনকৰা লৰা নাইবা আন কোনোবা থাকিলেও দিয়ে। চাহৰ লগত খাবলৈ প্ৰতি দিনে নিউ মাৰ্কেটলৈ গৈ এখন বিশেষ দোকানৰ পৰা ৰুটি আৰু মাখন কিনি আনে। লগত যেইজন থাকে সেই হিচাপে ৰুটি দোখৰ সমানকৈ কাটে। আৰু মাখন সানি লয়। তৃপ্তিৰে চাহ কাপ খাই ডাঢ়ি খুৱায়। তাৰ পাচত গাধোৱে। গা ধুই আকৌ কিবা এটা মুখত দিব লাগে। তাৰ পিচত হয়তো লেখা পঢ়া কাম কৰিব নাইবা

ফুৰিব। ভাত-পানী ৰন্ধা হলে থাই উঠি স্কুললৈ যোৱাৰ আগমুহূৰ্ত্তত স্নো পাউডাৰ সানি দহবাৰ মান আৰ্চিত মুখখন চাব। প্ৰায়ে ৯-৩০ বজাত পিন্ধি উৰি যাবলৈ ওলায়। প্ৰায়ে পিন্ধি উৰি সাধনক সোধে কেনে হৈছে দেখিবলৈ। সাধনে যদি বেয়া হোৱা বুলি কয়, তেতিয়া হলে সাধনক মাত বোল নকৰাকৈ গুচি যায়। এদিন পিন্ধি উৰি সাজু হৈ সাধনক সোধতে সাধনে কলে "দেখিবলৈ কেনে পাত হৈছে।" তেনেকৈ কওঁতে সিদিনা ফেকুৰি ফেকুৰি কান্দি দিলে।

স্কুলৰ পৰা তিনি চাৰি বজাত আহিয়ে মুখ হাত ধুই চাহ খায়। কলিকতা বিশ্ববিদ্যালয়ত এম. এ. শ্ৰেণী খোলাৰ পিচত স্কুলৰ পৰা বাহিৰে বাহিৰে বিশ্ব-বিদ্যালয়লৈ যায় আৰু এম. এ. শ্ৰেণীত পঢ়ুৱায়। আবেলি নিউ মাৰ্কেটৰ পৰা নিজে গৈ কটি আৰু মাখন আনে। গধুলি হোৱাৰ লগে লগে ডুৱৰা কলৈকে নাযায়। ৰাতি ন মান বজাত ভাত খায়। শোয়ে ৰাতি দহ মান বজাত। ঘৰত থাকিলে তেওঁ প্ৰায়ে বগা লুঙী পিন্ধিছিল। তেওঁৰ মতে বগা লুঙী "বুঢ়ী গৰিয়ানীৰ মেখেলা।" তেওঁৰ চুৰিয়াখন ঢিলা মাৰি ভাজ দিয়া। চলাৰ ইস্ত্ৰি ভঙাৰ ভয়ত মানুহৰ মাজেৰে নাযায়। এইজনেই ডুৱৰা কবি।



# ডিব্ৰুগড় কানৈ কলেজ

১৯৪৭ খৃঃত চিৰদিনৰ বাবে কলিকতাৰ পৰা উভতি আহিল। পোনতে কিছুদিন শিৱসাগৰৰ নিজা ঘৰতে জিৰণি লয়হি। শিৱসাগৰৰ দিখৌৰ পাৰৰ ওপোজা পঁজাটিত ডুৱৰাই এনেয়ে হাত সাৱটি বহি থাকিবলৈ ভাল নাপালে। কলিকতাত থকা কালচোৱাৰ কবিৰ ব্যস্ততা আৰু জন কোলাহলৰ সলনি দিখৌৰপাৰৰ আপোন পঁজাটিত কৰ্ম্মহীন ভাবে হাত সাবটি বহি থকাটো তেওঁৰ পক্ষে সহজ নহল। প্ৰায় এবছৰ কাল তেওঁ ঘৰতে জিৰণি লব লগা হ'ল। ইয়াৰ ভিতৰত দুই এঠাইত অধ্যাপনাৰ সুযোগ নোপোৱা নহয়। কিন্তু মনঃপুত নোহোৱা বাবে গ্ৰহণ নকৰিলে।

১৯৪৮ খৃঃত ডিব্ৰুগড় কানৈ কলেজত অধ্যাপনাৰ বাবে টানি ধৰিলে। এইবাৰ ডুৱৰাই প্ৰত্যাখ্যান নকৰিলে। ১৯৪৮ খৃঃৰ জুলাই মাহৰ পৰা পুনৰ অধ্যাপনা কৰিবলৈ ওলাল। কানৈ কলেজত অসমীয়া বিভাগৰ অধ্যাপক নিযুক্ত হল। ডুৱৰাই কানৈ কলেজৰ অসমীয়া বিভাগৰ মুখ্য অধ্যাপকো আছিল। ডিব্ৰুগড় কানৈ কলেজ ডুৱৰাৰ জীৱনৰ শেষ কৰ্ম্মভূমি। এইখন কলেজত ১৯৬১ খৃঃৰ জানুৱাৰী মাহলৈকে পুনৰ বাৰ বছৰ কাল অধ্যাপনা কৰিছিল। ডিব্ৰুগড়তেই কৰ্ম্মময় জীৱনৰ সূচনা আৰু ডিব্ৰুগড়তে অধ্যাপনাৰ সামৰণি। এনে কাকতলীয়া সংযোগ তাৎপৰ্য্যপূৰ্ণ।

কানৈ কলেজত যোগদান কৰাৰ পিচত পোনতে থাকিবলৈ ললে শ্ৰীভৰত চলিহা আৰু শ্ৰীযুতা গৌৰীপ্ৰভা চলিহাৰ ঘৰত। শ্ৰীযুতা চলিহা যদিও ডুৱৰাৰ সম্পৰ্কীয় তেওঁ তাত সৰহ দিন নাথাকিল। অকলশৰীয়া কবিৰ নিৰ্জ্জনতাহে প্ৰিয়। পিচত তেওঁৰ নিগাজী বাসস্থান আমোলাপটীৰ এটি জৰাজীৰ্ণ চাংঘৰ। এই চাংঘৰেই বাকীছোৱা সময়ৰ বাসস্থান। এই বাসস্থানত ডুৱৰাৰ সঙ্গী সাধন ঘোষ। কলিকতাৰ পৰা ঘৰলৈ আহোঁতে সাধনকো লগতে লৈ আহে।

ডিব্ৰুগড়ৰ কানৈ কলেজত যোগদান কৰিছিল যদিও দুৱৰাই তেতিয়ালৈকে স্কটিছ চাৰ্চ্চ কলেজীয়েট স্কুলত পদত্যাগ কৰা নাছিল। ডিব্ৰুগড়ৰৰ বিশিষ্ট ব্যক্তি-সকলৰ অনুৰোধত কানৈ কলেজত যোগদান কৰিছিল যদিও প্ৰথমতে থকা নথকাটো একপ্ৰকাৰ অনিশ্চিত। যদি ভাল লাগে থাকি যাব; নহলে পুনৰ উভতি যাব। পুনৰ আৰু উভতি যাব লগা নহল। একেবাৰে থকা ঠিক কৰি চেপ্টেম্বৰ মাহত স্কটিছ চাৰ্চ্চ কলেজীয়েটলৈ পদত্যাগ পত্ৰ পঠিয়ালে।

কানৈ কলেজ কৰ্তৃপক্ষ, চহৰৰ বিশিষ্ট ব্যক্তি আৰু ছাত্ৰসকলে বৰ আগ্ৰহ কৰি দুৱৰাক কলেজলৈ মাতি আনিছিল। এই সাদৰ অভ্যৰ্থনা আৰু আগ্ৰহত সহাৰি দিব পাৰিব নে নোৱাৰে সেই বিষয়ে মনৰ মাজত এক আশঙ্কা উপজিছিল। কিন্তু তেওঁ যে যত্নৰ ত্ৰুটি নকৰে সেই বিষয়ে দৃঢ় প্ৰতিজ্ঞ। যোৰহাটৰ শ্ৰীযতীন্দ্ৰনাথ গোস্বামীলৈ এখন চিঠিত লিখিছে—

ডিব্ৰুগড়
৩১. ৭. ৪৮

মৰমৰ যতীন,

...ইয়াৰ ভদ্ৰলোক আৰু ছাত্ৰসকলে বৰকৈ ধৰাত এই কলেজত সোমাইছো। মোৰ চুটী পূজাৰ বন্ধলৈকে আছে। চাওঁ ভাল লাগে যদি থাকি যাম। এখেত-সকলে মোৰ পৰা বৰ বেছি আশা কৰিছে। ভয় লাগিছে যে এখেতসকলৰ আশা পূৰাব পাৰো নে নোৱাৰো। কিন্তু চেষ্টাৰ ত্ৰুটি নকৰো। মোৰ শৰীৰ এতিয়া সম্পূৰ্ণৰূপে ভাল হোৱা নাই যদিও ভালৰ ফাললৈ আহিছে। বয়সৰ লগে লগে নিজৰ অজ্ঞতা সম্বন্ধে বেছি বুজিবলৈ ধৰিছো। মই তোমালোকৰ কাষত moke modesty কৰা নাই। সঁচা নহয় জানো, আমাৰ ক'ত জানিবলৈ বাকী আছে। সময় নাই, ঘাটৰ পাৰ চাপি আহিছে।

তোমাৰ মৰমৰ
শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

ডিব্ৰুগড়ত থকা সময়তে বৰ ককায়েক আনন্দ সাগৰ দুৱৰাৰ মৃত্যু হয়। যদিও উপযুক্ত বয়সতে মৃত্যু হৈছিল তথাপি ককায়েকৰ মৃত্যু সহজ ভাবে লব পৰা নাছিল।

ডিব্ৰুগড়ত থকা কালছোৱাত দুৱৰা আছিল এক প্ৰকাৰ নিৰলে নীৰৱে অকলশৰে। কিন্তু শিক্ষক ছাত্ৰ তথা ডিব্ৰুগড়বাসীৰ দুৱৰা আছিল শ্ৰদ্ধা ভাজন ব্যক্তি। তেতিয়া দুৱৰাৰ কলিকতাৰ ডেকাতেজ নাই। শৰীৰ ঘুণীয়া।

ডিব্ৰুগড়লৈ অহাৰ পিচতে দুৱৰাই 'বনফুল' কবিতা সংকলনৰ কামত হাত



দিয়ে। কবিৰ কথাত "বাটৰ দুৱৰি বনত মাণিক হেৰুৱাই বনৰীয়া ফুল বুটলিছো।" আনে আদৰ কৰে নে নকৰে তাৰ প্ৰতি কবিৰ ভ্ৰূক্ষেপ নাই। ১৯৫২ খৃঃ, ১ আহাৰ ১৮৭৪ শকত বনফুল প্ৰকাশ কৰিছিল কলিকতাৰ এলেম প্ৰেছে। পুথিখনিৰ পাতনি লেখিছিল, ডক্টৰ বাণীকান্ত কাকতিৰ সুৰত কবলৈ হলে "কবিৰ নাড়ীজ্ঞান থকা ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাই।" দুৱৰাৰ প্ৰথম কবিতা সংকলন আপোন সুৰৰ প্ৰকাশৰ গুৰিতেও ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা। পাতনিত ডক্টৰ বৰুৱাই সেই কথা স্বীকাৰ কৰিছে "দুৱৰাৰ পূৰ্ব্ব প্ৰকাশিত 'আপোন সুৰ' আৰু আজিৰ 'বনফুল' দুয়োখন পুথি মোৰ 'অত্যাচাৰত' প্ৰকাশ হৈছে। বনফুলৰ পাতনি লেখিবলৈ অনুৰোধ কৰি দুৱৰাই এখন চিঠিত লিখিছে..." এইখনেই মোৰ শেষ কবিতাৰ পুথি। নতুনকৈ লেখাও নাই আৰু নোৱাৰিম; কাৰণ অৱস্থা প্ৰতিকুল। তুমি জানাই মই অৱস্থাৰ দাস আৰু তুমি নোহোৱাহেঁতেন মোৰ কবিতাবোৰ হাতে লিখা অৱস্থাতে মৰহি গলহেঁতেন।

...অত্যাচাৰী আৰু নিপীড়তৰ মাজত মধুৰ সম্বন্ধ অটুট ৰখাৰৰ কাৰণেই তোমাৰ পৰা পাতনি এখন লাগিবই।" লাগবোলা বস্তুটো নেপাই সৰু লৰাৰ দৰে ওকোন্দ পতা দুৱৰা কবিৰ অভ্যাস। ঠেহ লাগিবলৈ দিয়াতকৈ ভুৰুকুৱাই নিচুকুওৱা উত্তম পন্থা।"

বনফুল প্ৰকাশৰ লগে লগে পঢ়ুৱৈ সমাজত সমাদ্ৰিত হল। পুথিখনিয়ে পোন প্ৰথমবাৰৰ বাবে ১৯৫২ খৃঃৰ সাহিত্য একাডেমীৰ পাচ হাজাৰ টকীয়া বঁটা লাভ কৰিলে।

দুৱৰাৰ শৰীৰ তেতিয়া সিমান ভাল নাছিল। চকুৰ অসুখো ভুগিছিল। সেইবাবে নতুন দিল্লীলৈ গৈ বঁটা প্ৰদান অনুষ্ঠানত উপস্থিত হব নোৱাৰিলে।

১৯৫১ খৃঃৰ ১৮ মাৰ্চত গুৱাহাটীৰ অনাতাঁৰ কেন্দ্ৰৰ পক্ষৰ পৰা এখন কবি সন্মিলনৰ আয়োজন কৰা হৈছিল। গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ পৰা আয়োজন কৰা কবি সন্মিলন এইখনেই প্ৰথম। এই সন্মিলনত অংশ গ্ৰহণকাৰী কবিসকল নলিনীবালা দেৱী, শৈলধৰ ৰাজখোৱা, ৰঘুনাথ চৌধাৰী, ৰত্নকান্ত বৰকাকতী, দণ্ডিনাথ কলিতা। যতীন্দ্ৰনাথ দুৱৰা অনাতাঁৰ কেন্দ্ৰৰ আমন্ত্ৰণ ক্ৰমে উক্ত কবি সন্মিলনত অংশ গ্ৰহণ কৰিছিল।

# সাহিত্য সভা

১৯৫৪ খৃঃৰ ৩১ ডিচেম্বৰ, আৰু ১৯৫৫ খৃঃৰ ১লা জানুৱাৰীত যোৰহাটত অসম সাহিত্য সভাৰ ত্ৰয়বিংশ সন্মিলনৰ দিন স্থিৰ হ'ল। এই সন্মিলনলৈ বিপুল সংখ্যা গৰিষ্ঠ ভোটত যতীন্দ্ৰনাথ দুৱৰা সভাপতি নিৰ্ব্বাচিত হল। কিন্তু দুৱৰা ডাঙৰীয়াই শাৰীৰিক অসুস্থতা দেখুৱাই উক্ত পদ গ্ৰহণ নকৰিলে। অক্ষমতাৰ কথা স্বীকাৰ কৰি প্ৰধান সম্পাদকলৈ লিখিলে— ডিব্ৰুগড়, ১০।১১।৫৪

নিবেদন,

অসম সাহিত্য সভাৰ অহা অধিবেশনত মোক সভাপতি পদত বৰণ কৰা বাতৰি আপোনাৰ টেলিগ্ৰামৰ যোগেদি কেবা দিনৰ আগেয়ে পাইছিলো। আৰু এই সম্বন্ধে চিন্তা কৰিবলৈ মই সময়ো লৈছিলো। আজি ৪।৫ মাহ মানৰ পৰা মোৰ গা বৰ ভাল নাই। এনে ভগ্ন স্বাস্থ্য লৈ সভাপতি পদৰ গুৰুভাৰ গ্ৰহণ কৰা মোৰ পক্ষে কোনো মতেই সমীচীন নহয়। কাৰণ কোনো কামকেই সুচাৰু ভাবে চলাব নোৱাৰিম। তাৰ উপৰি, মোৰ কাৰ্য্যকৰী জ্ঞান ( Practical knowledge ) একেবাৰে নাই বুলিলেই হয়। আশাকৰো আপোনালোকে মোক যেন দয়া কৰি ক্ষমা কৰে, নতশিৰে ইয়াকেই প্ৰাৰ্থনা কৰিলো। আপোনালোকে যে মোক মৰম কৰি এই পদ যাচিছিল তাৰ বাবে আন্তৰিক শ্ৰদ্ধা আৰু ভক্তি গ্ৰহণ কৰে যেন—এয়ে কামনা। ইতি—

বিনীত

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

সেই সময়ত অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক অধ্যাপক শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা। প্ৰধান সম্পাদকলৈ চিঠি লিখি নিজৰ অক্ষমতা প্ৰকাশ কৰাৰ লগতে শ্ৰীহাজৰিকা ডাঙৰীয়ালৈ ব্যক্তিগত ভাবে লিখা আন এখন চিঠিত সভাপতি পদ লবলৈ কিয় বাঞ্ছা নকৰে সেই কথা স্পষ্টভাবে উল্লেখ কৰিছে ।



মৰমৰ অতুল !

তোমাৰ চিঠিখন পালো। জীৱনত সন্মান লবলৈ কোনে ইচ্ছা নকৰে—তুমিয়েই কোৱাচোন। সঁচাকৈয়ে আজি কেবা মাহ মানৰ পৰা মোৰ গা ভাল যোৱা নাই—তাৰ উপৰি মাজে মাজে মূৰ ঘূৰণিও আছে। কলেজৰ কামৰ বাহিৰে আন কোনো কামতে হাত নিদিওঁ। সাতে দোঁতৰে এইবোৰ কাৰণতে মই এই গুৰুভাৰ লব নোৱাৰিলো। তুমি যেন বেয়া নোপোৱা। জীৱনটো সপোনত উটি যোৱাৰ দৰে গৈছে—কোনো কাৰ্য্যকৰী ক্ষেত্ৰত নামিব নোৱাৰিলো। আহিল কণা গল কণা থাগৰি কাটিলে তিনিকণা নহয় জানো ? শ্ৰীঅশ্বিনী চৌধুৰীৰ চিঠিৰ পৰা মোৰ সম্বন্ধে সকলো জানিব পাৰিবা। বেজাৰ লাগে ইয়াতেই জীৱনৰ আগ ভাগ স্কুল পলোৱা লৰাৰ দৰে হাবিয়ে বননিয়ে বাঁহী বাই ফুৰিলো—পিচত উভতি চাওঁ যে সময় পাৰ হৈ গল—বেলি পশ্চিমৰ ফালে ঢলি পৰিছে, জগত আন্ধাৰে আবৰি ধৰিবলৈ আগ বাঢ়িছে। কামৰ সময় উকলি গল ।

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

পিচৰ বছৰত অৰ্থাৎ ১৯৫৫ খৃঃৰ ডিচেম্বৰ মাহৰ শেষ ভাগত অসম সাহিত্য সভাৰ চতুৰবিংশ অধিবেশন গুৱাহাটীত অনুষ্ঠিত হয়। পুনৰ যতীন্দ্ৰনাথ দুৱৰা বিপুল সংখ্যা গৰিষ্ঠ ভোটত সভাপতি নিৰ্ব্বাচিত হল। এইবাৰো দুৱৰাই আপত্তি নকৰাকৈ নাথাকিল। কিন্তু মূল সভাৰ প্ৰধান সম্পাদক অধ্যাপক শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা আৰু অভ্যৰ্থনা সমিতিৰ সম্পাদক ডক্টৰ মহেশ্বৰ নেওগে নেৰা নেপেৰাকৈ লাগি সকলো দায়িত্ব গা পাতি লোৱাতহে সন্মতি জনালে। দুৱৰাৰ সন্মতিৰ বাতৰিয়ে সকলোকে মনত আনন্দ দিব পাৰিছিল। চতুৰ্দ্দশ বছৰ দ্বিতীয়-তৃতীয় সংখ্যা অসম সাহিত্য সভা পত্ৰিকাৰ সম্পাদকীয়ত আনন্দ প্ৰকাশ কৰি লিখিছিল "কেন্দ্ৰীয় চৰকাৰৰ দ্বাৰা সন্মানিত হোৱা সাহিত্যিক পেন্সনাৰ শ্ৰীযুত যতীন্দ্ৰনাথ দুৱৰা এইবাৰ ২৪শ অধিবেশনৰ কাৰণে অসম সাহিত্য সভাৰ সভাপতি নিৰ্ব্বাচিত হোৱাত আমি অতিশয় আনন্দিত আৰু শ্ৰীযুত দুৱৰালৈ আমাৰ ওলগ জনাইছো। যোৱা ২৩শ অধিবেশনতো এই আসন তেখেতলৈ আগবঢ়োৱা হৈছিল। কিন্তু শাৰীৰিক অসুস্থতাৰ কাৰণে তেখেতে গ্ৰহণ কৰিবলৈ অপৰাগ বুলি দুখ প্ৰকাশ কৰিলে। বৰ্ত্তমান তেখেতৰ স্বাস্থ্য ভগ্ন অৱস্থাতেই বুলিব পাৰি। তথাপি সাহিত্য সভাৰ প্ৰতি আন্তৰিক অনুৰাগৰ পৰিচয়।……চিৰ পূজ্য কবি দুৱৰা-দেৱৰ সভাপতিত্বত সাহিত্য সভাৰ এই গুৰুত্বপূৰ্ণ ২৪শ অধিবেশন আৰু তাৰ

পাচৰ কালচোঁৱা যাতে করুণাময়ৰ কৃপাত নতুন ৰূপ লব পাৰে তাকেই আমি পৰমপিতা পৰমেশ্বৰৰ ওচৰত কাতৰ প্ৰাৰ্থনা জনাওঁ। কবি দুৱৰা চিৰজীৱী হওক।"

১৯৫৫ খৃঃৰ ২৫ ডিচেম্বৰৰ পৰা এই সভা অনুষ্ঠিত হয়। সভাৰ মণ্ডপ প্ৰদেশ কংগ্ৰেছ ভৱনৰ কাষৰ মুকলি ঠাইডোখৰ। প্ৰতিনিধি শিবিৰ তাৰিনীচৰণ চৌধুৰী উচ্চ মাধ্যমিক স্কুল। অভ্যৰ্থনা সমিতিৰ সভাপতি ন্যায়াধীশ, হলিৰাম ডেকা; সহকাৰী সভাপতি শ্ৰীৰাধাগোবিন্দ বৰুৱা, হৰমোহন দাস, আৰু ডাক্তৰ কনকচন্দ্ৰ বৰুৱা, সম্পাদক ডক্টৰ মহেশ্বৰ নেওগ আৰু শ্ৰীপ্ৰবীণ ফুকন, সহকাৰী সম্পাদক শ্ৰীফণী তালুকদাৰ আৰু শ্ৰীবীৰেণ গোস্বামী, ধনভঁৰালী শ্ৰীশান্তিৰাম লহকৰ।

২৫ ডিচেম্বৰ ৰবিবাৰে পুৱা ৮ বজাৰ পৰা কুমাৰ ভাস্কৰ নাট্য মন্দিৰত বিষয়-বাচনি সভাৰ আৰম্ভ হয়। ৰাতিপুৱা বিষয়-বাচনি সভাত দুৱৰাই আসন গ্ৰহণ কৰিয়ে হাতযোৰ কৰি বিদায় মাগিলে। অধ্যক্ষ ত্ৰৈলোক্য নাথ গোস্বামীক বিষয়-বাচনি সভাৰ পৰিচালনাৰ ভাৰ দি আহিল।

২৬ ডিচেম্বৰ সোমবাৰে ৰাতিপুৱা ৮ বজাত নাম কীৰ্ত্তনেৰে প্ৰথম দিনাৰ মুকলি অধিবেশনৰ পাতনি মেলিলে। নাম কীৰ্ত্তনৰ পিচত কংগ্ৰেছ ভৱনত আয়োজন কৰা প্ৰদৰ্শনীখন উদ্বোধন কৰে এটি উদ্দিপনাময়ী ভাষণেৰে বাগ্মীবৰ শ্ৰীনীলমণি ফুকন ডাঙৰীয়াই। গাম্ভীৰ্য্যপূৰ্ণ আৰু শিক্ষামূলক প্ৰদৰ্শনীখনৰ অন্যতম আকৰ্ষণ সাচিপতীয়া পুথি, বিবিধ ছপা পুথি আৰু কুটিৰ শিল্পৰ বিভিন্ন সামগ্ৰী।

বিয়লি মুকলি অধিবেশন আৰম্ভ হয় দিনৰ ডেৰ বজাত। সভামণ্ডপ প্ৰতিনিধি, সাহিত্য প্ৰেমী ৰাইজ আৰু স্কুল কলেজৰ ছাত্ৰ-ছাত্ৰীৰে ভৰি পৰিছিল। সভাপতি দুৱৰা প্ৰমুখ্যে নেতৃ স্থানীয় সাহিত্যিক আৰু প্ৰাক্তন সভাপতিসকলে আসন গ্ৰহণ কৰাৰ লগে লগে গুৱাহাটী মণিকুলাশ্ৰমৰ এজন ছাত্ৰই এটি মঙ্গলাচৰণ গাই সভাৰ কাম আৰম্ভ কৰিলে। প্ৰাক্তন সভাপতি ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাই আনুষ্ঠানিক ভাবে দুৱৰাক সভাপতি পদত বৰণ কৰি পৰিচয় দি কলে—"যতীন্দ্ৰনাথ দুৱৰা এজন কবিয়েই নহয়, তেওঁৰ জীৱনটোৱেই এটি দীঘলীয়া কবিতা।" সভাপতি বৰণৰ পিচতে স্থানীয় আৰু আলহী শিল্পীসকলৰ দ্বাৰা পৰিবেশন কৰা হয় জ্যোতিপ্ৰসাদ আগৰৱালা ৰচিত 'আইৰ পূজাৰ বেলি হল' গীতটি। অভ্যৰ্থনা সমিতিৰ সভাপতি ডেকাই তেওঁৰ ৰসাল আৰু সাৰুৱা ভাষণ পাঠ কৰাৰ পিচতে শ্ৰীনলিনীবালা দেৱী আৰু কাব্যভাৰতী ধৰ্ম্মেশ্বৰী দেৱী বৰুৱানীৰ স্বৰচিত দুটি কবিতা পাঠ কৰা হয়। সাহিত্য সভাৰ প্ৰধান সম্পাদক শ্ৰীহাজৰিকাই সম্পাদকীয়



প্ৰতিবেদনত সাহিত্য সভাৰ শক্তি আৰু কাৰ্য্যাৱলীৰ প্ৰসাৰ বৃদ্ধি পাইছে বুলি কৈ অধিকতৰ ভাবে কাৰ্য্যকৰী কৰিবলৈ ধনৰ প্ৰয়োজনৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰে। সিদিনাৰ মুকলি অধিবেশনত যোগদান কৰা অন্যতম অতিথি সাহিত্য একাডেমীৰ সচিব ডক্টৰ প্ৰভাকৰ মাচুৱৈ।

সভাপতি দুৱৰাৰ অভিভাষণখনি দুকুৰি পৃষ্ঠাৰ। ভাষণখনিৰ কেইপৃষ্ঠা-মান পোনতে নিজে পাঠ কৰে। পিচত সহকাৰী সম্পাদক শ্ৰীযতীন্দ্ৰনাথ গোস্বামীক পঢ়িবলৈ দিয়ে। ভাষণখনিৰ শেষৰ অংশ দুৱৰাই নিজে পাঠ কৰিছিল। সিদিনাৰ সঙ্গীত সন্ধিয়াৰ সভাপতি শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত।

দ্বিতীয় দিনা ২৭ ডিচেম্বৰ মঙ্গলবাৰে ৰাতিপুৱা ৮ বজাত অনুষ্ঠিত বিজ্ঞান সভাৰ সভাপতি ডক্টৰ ৰোহিনীকুমাৰ বৰুৱা আৰু সন্ধিয়া বুৰঞ্জী শাখাৰ সভাপতি ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা।

দ্বিতীয় দিনাৰ মুকলি সভা আৰম্ভ হয় দিনৰ এক বজাৰ পৰা। সভাপতি দুৱৰাই আসন গ্ৰহণ কৰাৰ পিচতে অম্বিকাগিৰী ৰায়চৌধুৰী আৰু শ্ৰীমহেন্দ্ৰ বৰাই পাঠ কৰে স্বৰচিত কবিতা। সভাত কেবাজনো বক্তাই ভাষণ দিয়ে আৰু প্ৰস্তাৱ গ্ৰহণ কৰা হয়। দ্বিতীয় দিনাৰ সভাপতিৰ সামৰনি মন্তব্য কবিত্বপূৰ্ণ আৰু ৰসাল। দুৱৰাই ভাষণৰ মাজতে অসমীয়া বঙালী কবিতা আবৃত্তি কৰে। সিদিনাৰ সঙ্গীত সন্ধিয়াৰ অন্যতম আকৰ্ষণ উষা পৰিণয় নৃত্য-নাটিকা। অসম সাহিত্য সভাৰ চতুৰ্বিংশতম অধিবেশন এনেদৰে দুৱৰাৰ পৌৰহিত্যত সুকলমে সম্পন্ন হয়। এই অধিৱেশনত যোগদান কৰা প্ৰতিনিধিৰ সংখ্যা ১৯৫ জন। অধিবেশনত যোগদান কৰিবলৈ গুৱাহাটীলৈ আহি দুৱৰা আছিল চেনিকুঠীৰ শ্ৰীৰবীন বৰুৱাৰ ঘৰত। শ্ৰীবৰুৱা দুৱৰাৰ ভাতিজা জোঁৱায়েক।

দুৱৰাৰ অভিভাষণখনিৰ আলোচ্য বিষয় বৰ্ত্তমান অসমীয়া সাহিত্যৰ স্বৰূপ আৰু তাৰ লগত ঘনিষ্ঠ ভাবে জড়িত থকা প্ৰায়বোৰ সমস্যাৰ কথা। আলোচনা প্ৰসঙ্গত নতুন কবিতাৰ বিষয়ে কৰা কবিৰ মন্তব্য হল "সাম্প্ৰতিক কবিতাৰ প্ৰকাশ ভঙ্গী আৰু ভাব সঙ্গতিলৈ সকলো পাঠকেই বিমোৰত পৰে। এই কবিতা পঢ়োতে মনটোক ইমান বেছিকৈ বাউসীত ধ'ৰি জোকাৰি দিব লগা হয় যে মনৰ কলখোৱা ধাতুৰেই বাজ হবলগীয়া হয়; অথচ কবিৰ ভাবৰ সঙ্গতি বা বিলঙ্গতিৰ লগত মনৰ ভাল পৰিচয় নঘটে। আমাৰ বোধেৰে এনে প্ৰকাশ অসঙ্গত বা অসংযত চিন্তাৰে পৰিচয় হৈ থাকে বুলি ভয়। ইয়াৰ দ্বাৰা নতুন কবি-সকলক ভাবৰ আৰু প্ৰকাশৰ অসংযম শিকোৱাহে হয়।"

অভিভাষণখনিত নতুন কবিতাৰ বিষয়ে কৰা মন্তব্যই নতুন কবি আৰু কবিতা প্ৰেমীসকলৰ মনত এটি মৃদু আলোড়ন তুলিছিল। ৩০ ডিচেম্বৰৰ "অসম বাণী"ৰ সম্পাদকীয়ত তাৰ ইঙ্গিত পোৱা যায়। "শ্ৰীদুৱৰাদেৱে আধুনিক কবিতা সম্পৰ্কে যি দৃঢ়মত প্ৰকাশ কৰিছে, তাৰ দ্বাৰা এটি মৃদু আলোড়ন হোৱাৰ ইঙ্গিত আছে।"

অষ্টম বছৰ নৱম সংখ্যা "ৰামধেনু"ৰ সাময়িক প্ৰসঙ্গৰ 'সভা আৰু সমস্যা' শীৰ্ষক আলোচনাত দুৱৰাৰ আধুনিক কবিতা সম্পৰ্কে দিয়া মন্তব্যক সমালোচনা কৰা দেখা গৈছে "সভাপতি দুৱৰাই অসমীয়া সাহিত্যৰ আধুনিক সৃষ্টিসমূহক যি অসহানুভূতিশীল আৰু অবৈজ্ঞানিক মনোভাবেৰে মূল্যাংকণ কৰি দেখুৱালে, সি চালুকীয়া অসমীয়া সাহিত্য সমালোচনাৰ মানদণ্ড গঢ়াত মুঠেই সহায় নকৰিলে। বৰং আধুনিক কবিতাৰ ভিতৰেদি ফুটি উঠা সাহিত্যৰ যুগ ধৰ্মক তেওঁ অৱমাননহে কৰিলে। গোটেই অভিভাষণখনিত দুৱৰাই কবিতা সম্বন্ধে আমাক কোনো এটি স্পষ্ট ধাৰণা দিব পৰা নাই। তেওঁৰ সমালোচনাও নীতি সম্মত নহয়; গোটেই অভিভাষণখনিত আধুনিক অসমীয়া কবিতাৰ ভিতৰেদি ফুটি উঠা গদ্য ছন্দ আৰু মুক্ত ছন্দৰ বিবিধ সাৰ্থক পৰীক্ষা, প্ৰতীকবাদ আৰু ইমেজিমৰ ভাবধাৰাৰ নিৰ্ভুল প্ৰভাবৰ বিষয়ে তেওঁ মুঠেই একো উমানেই ধৰিব পৰা নাই যেন বোধ হল।··· যি কি নহওক সাহিত্যিক তৰ্ক যুদ্ধৰ পৰা বৰ্ত্তমান বিৰত থাকি আমি ইয়াকে কব খোজো যে কবি দুৱৰাই শেষ বয়সত সাহিত্যৰ নতুন যুগক আদৰণি জনাবলৈ নোপোৱাটো অকল তেখেতৰ নিজৰে দুৰ্ভাগ্য নহয়, গোটেই জাতিটোৰে দুৰ্ভাগ্য।" তেতিয়া ৰামধেনুৰ সম্পাদক শ্ৰীবীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য।

অষ্টম বছৰ নৱম সংখ্যা ৰামধেনুতে প্ৰকাশ পাইছিল শ্ৰীমহেন্দ্ৰ বৰাৰ "দুৱৰা আৰু সাহিত্য" শীৰ্ষক এটি প্ৰবন্ধ। দুৱৰাৰ অভিভাষণখন সমালোচনা কৰি শ্ৰীবৰাই লিখিছিল "দুৱৰাৰ অভিভাষণ এটা যুগৰ মৰণমুখী প্ৰতিক্ৰিয়াশীল শক্তিসমূহৰ শেষ লতা কটা ৰণ মাথোন।" শ্ৰীবৰাৰ প্ৰবন্ধত দুৱৰাৰ অভিভাষণৰ মন্তব্য তীব্ৰ ভাবে সমালোচনা কৰি লিখিছিল "কবি যতীন্দ্ৰনাথ দুৱৰা নিৰাশাবাদী। কাব্যত নহয় জীৱনতো। গতিকে দুৱৰাৰ মুখৰ পৰা আশাৰ বাণী আশা কৰা অন্যায়।" শেষত তেওঁ লিখিছিল "নতুন সাহিত্যিকসকলে দুৱৰাৰ এই অসংযত আক্ৰমণ বুৰ্জোৱা সংস্কৃতিৰ অনিৰ্বাপিত বন্তিৰ শিখাৰ শেষ কঁপনি বুলি ধৰি লৈছে।"

শ্ৰীবৰাৰ তীব্ৰ ৰূঢ় সমালোচনাৰ প্ৰতিবাদ কৰিলে ডক্টৰ অমলেন্দু গুহই



অষ্টম বছৰ ৰঙালি বহু সংখ্যা ৰামধেনুত "আধুনিক কবিতা আৰু দুৱৰা" শীৰ্ষক প্ৰবন্ধত।

আলোচনী বাতৰি কাকতত বাক বিতণ্ডা আৰম্ভ হোৱাৰ আগতে সেই বছৰৰে জানুৱাৰী মাহৰ মাজ ভাগত অনুমান ১৪।১৫ জানুৱাৰীত (১৯৫৬) দুৱৰা গুৱাহাটীলৈ আহিছিল। সেইবাৰো দুৱৰা চেনিকুঠীৰ শ্ৰীৰবীন বৰুৱাৰ ঘৰতে আছিল। আমাৰ বাসস্থান তেতিয়া শিলপুখুৰী বজাৰৰ কাষত। শ্ৰীমহেন্দ্ৰ বৰা চেনিকুঠী নৱগ্ৰহ ৰাস্তাৰ কাষতে। শ্ৰীবৰা তেতিয়া কটন কলেজৰ অধ্যাপক। দুৱৰা এদিন আবেলি আমাৰ ঘৰলৈ আহোঁতে শ্ৰীবৰাক ঘৰৰ সমুখতে লগ পায়। শ্ৰীবৰা প্ৰথমতে কানৈ কলেজত অধ্যাপনা কৰিছিল। সেই ক্ষেত্ৰত দুৱৰাৰ সহকৰ্ম্মী। শ্ৰীবৰাৰ আহ্বানতে দুৱৰা তেওঁৰ ঘৰলৈ গল। লগে লগে আলোচনা আৰম্ভ হল দুৱৰাৰ অভিভাষণ আৰু আধুনিক কবিতাৰ কথা। দুৱৰাই পোনতে শ্ৰীবৰাক কলে "তুমি সিদিনা মুকলি সভাত পাঠ কৰা কবিতাটো বেছ শ্ৰুতি-মধুৰ।" আলোচনা প্ৰসঙ্গত শ্ৰীবৰাই কৈছিল "আধুনিক কবিতাৰো প্ৰাণ আছে। সকলো কবিতাই আধুনিক কবিতা নহয়।" তেওঁ সংকলন কৰা 'নতুন কবিতা'ৰ পাণ্ডুলিপিখন দেখুৱায়, লগতে 'অৱৰণিকা'ত কেনেদৰে মুক্তক ছন্দৰ ছন্দ সজ্জা, বিষয় বস্তু সম্পৰ্কে আলোচনা কৰিছে সেই কথা পঢ়ি শুনালে। শ্ৰীবৰাৰ মতে বাস্তৱ জীৱনৰ প্ৰতিচ্ছবি সমাজ ধৰ্ম্মৰ কথা চিত্ৰৰ আলেখ্যত প্ৰতিভাত কৰিব পৰাটোৱে জানো কবিতা নহয়। দুৱৰাই সেই কথা স্বীকাৰ কৰি তাৰ উত্তৰত কৈছিল কবিতা সঁচাকৈয়ে বাস্তৱ জীৱনৰ প্ৰতিচ্ছবি হব লাগে কিন্তু কিছুমান দুৰ্বোধ্য খণ্ড বাক্য আৰু বিদেশী শব্দৰ সমাবেশেই কবিতা হব নালাগে। বাহিৰৰ কিবা বস্তু অসমীয়লৈ আনিলে হাড়ে হিমজুৰে অসমীয়া কৰি আনিব লাগে। দেখি ঐ 'ৰামধনু বুকু জাপ মাৰে' বিধৰ অনুবাদ হব নালাগে।

সিদিনাৰ আলোচনা দুটা যুগৰ ভাব ধাৰাৰ, প্ৰবীণ-নবীনৰ পৰম্পৰৰ দিয়া নিয়া বুজাপৰাৰ যেন মহা মিলনৰ সন্ধিক্ষণ। সেই মিলন, সেই সন্ধিক্ষণ যদি আগতে ঘটিলহেঁতেন, তেতিয়া হলে এই অপ্ৰীতিকৰ প্ৰসঙ্গ লিখিব লগা নহল-হেঁতেন।

শ্ৰীবৰাই সিদিনা তেওঁৰ সদ্য প্ৰকাশিত 'নীলসাগৰৰ সাধু' বোলা কিতাপখন দুৱৰাক উপহাৰ দিছিল। দুৱৰাই ৰাতিটোৰ ভিতৰতে কিতাপখন পঢ়ি কিতাপখনৰ ভাষা প্ৰকাশ ভঙ্গীৰ প্ৰতি আকৰ্ষিত হৈ পিচদিনা বৰাক পুথিখনৰ বাবে অভিনন্দন জনাবলৈ গৈছিল। তেতিয়া তেওঁৰ হাতত থকা পূৰ্ব্ব প্ৰকাশিত

'ডনকুইকচোট' আৰু 'গলিভাৰ' নামৰ অনুদিত পুথি দুখন নিজে দোকানৰ পৰা কিনি আনি দুৱৰাক উপহাৰ দিছিল।

সেই বছৰতে কটন কলেজৰ নতুনকৈ সজা হৈছিল এটি দুমহলীয়া ছাত্ৰাবাস। ছাত্ৰাবাসটো উদ্বোধন কৰাৰ বাবে আহ্বান জনালে দুৱৰাক। সন্ধিয়া অনুষ্ঠিত উদ্বোধনী অনুষ্ঠান দুৱৰাৰ পৌৰহিত্যত সম্পন্ন হল। ছাত্ৰাবাসটো উদ্বোধন কৰাৰ পূৰ্ব্বেই ছাত্ৰসকল থাকিবলৈ লৈছিল। সেয়েহে দুৱৰাই ধেমালি কৰি কৈছিল "মই ভাবিছিলো কিবা ৰঙা ফিটা কাটি ছাত্ৰাবাস উদ্বোধন কৰিব লাগিব বোধহয়। পিচে ছাত্ৰাবাস পূৰ্ব্বেই উদ্বোধন হৈ আছে।" আলোচনা প্ৰসঙ্গত তেওঁ কলিকতা স্কটিছ চাৰ্চ্চ কলেজৰ ছাত্ৰাবাসৰ পৰিচালনাৰ কথা সুঁৱৰিছিল।

ইয়াৰ এদিন নে দুদিন পিচত দুৱৰা ডিব্ৰুগড়লৈ উভতি গ'ল। উভতি গৈয়ে আমালৈ লিখা চিঠি এখনত শ্ৰীবৰাৰ পুথি কেইখনিৰ প্ৰসংশা কৰি লিখিলে—

ডিব্ৰুগড় ২৩।১।৫৬

মৰমৰ নন্দ,

...শ্ৰীযুত মহেন্দ্ৰ বৰাক কবা যে তেওঁ দিয়া কিতাপ কেইখন পঢ়ি মোৰ বৰ ভাল লাগিছে—মোৰ মনটো দুনাই অতীতৰ দিনবোৰলৈ টানি লৈ গল।...মই এক ৰকম আছো আগৰ দৰেই। অকলশৰীয়া নায়ৰীয়া নাৱৰ বুকুত সোঁতৰ মুখত। ইতি—

তোমাৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

এই চিঠিখন পাই আমি শ্ৰীমহেন্দ্ৰ বৰাক দেখুৱাইছিলো। সিদিনা ২৬ জানুৱাৰী। নবীন বৰদলৈ হলৰ কাষতে শ্ৰীবৰাক লগ পাই চিঠিখন দেখুৱাইছিলো। ইতিমধ্যে শ্ৰীবৰাৰ প্ৰবন্ধ ৰামধেনুত প্ৰকাশ হৈছিল।

অসম সাহিত্য সভাৰ কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ প্ৰথম বৈঠক ২৯ এপ্ৰিল ১৯৫৬ খৃঃ দেওবাৰে বিয়লি তিনি বজাৰপৰা যোৰহাট চন্দ্ৰকান্ত সন্দিকৈ ভৱনত অনুষ্ঠিত হয়। সভাত সভাপতিত্ব কৰে যতীন্দ্ৰনাথ দুৱৰাই। সভাত অন্যান্য আলোচনাৰ লগতে অষ্টম বছৰ নৱম সংখ্যা ৰামধেনুত শ্ৰীমহেন্দ্ৰ বৰাই লিখা আলোচনাটোৰ বিষয়ে আলোচনা কৰি এটি প্ৰস্তাৱ গ্ৰহণ কৰা হয়—"গুৱাহাটীৰ পৰা ওলোৱা 'ৰামধেনু' আলোচনীত অষ্টম বছৰ নৱম সংখ্যা, পুহ শ্ৰীযুত মহেন্দ্ৰ বৰাই লিখা এটি অবাঞ্চনীয় প্ৰবন্ধ প্ৰকাশ কৰাৰ বাবে ৰামধেনুৰ সম্পাদক আৰু অধ্যাপক শ্ৰীযুত মহেন্দ্ৰ বৰাৰ বিৰুদ্ধে আইন সঙ্গত ব্যৱস্থা লবলৈ সম্পাদকক ভাৰ দিয়া হয়।



এই প্ৰসঙ্গ আলোচনাৰ সময়ত সভ্যসকলৰ অনুৰোধ অনুসৰি শ্ৰীযুত দুৱৰা সভাৰ পৰা আঁতৰি আছিল আৰু সেই সময়ত শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্তদেৱে সভাপতিৰ আসন গ্ৰহণ কৰিছিল"।

কাৰ্য্যনিৰ্ব্বাহক সভাৰ প্ৰস্তাৱটো কাৰ্য্যকৰী কৰিবলৈ অনুমতি বিচাৰি শ্ৰীযুত দুৱৰালৈ লিখাত তেওঁ কোনো পথ্যে অনুমতি নিদিলে। উত্তৰত লিখিলে ঃ

"আজি বহুত দিনৰ পৰা মোৰ এটা কথা মনত খেলাইছে; কথাটো হৈছে এই অসম সাহিত্য সভাৰ কাৰ্য্যনিৰ্ব্বাহকে মোৰ সন্মান ৰক্ষাৰ্থে আইনৰ আশ্ৰয় লব খোজাত মই সমিতিৰ শলাগ লৈছো; কিন্তু কাৰো বিৰুদ্ধে মোৰ নিজা অভিযোগ একোৱে নাই। কোনোবাই যদি কিবা সন্মান হানিকৰ কথাও লিখিছে সেই বাবেও মোৰ দুখ নাই। তেওঁলোকক মই এতিয়াও আগৰ দৰে বন্ধুতাৰ মাজেদিয়ে নিজৰ কৰি লবলৈ বিচাৰো আৰু মনতে সেইদৰে কৰিয়ে আছো। আমাৰ ভ্ৰাতৃ-স্থানীয় এদল সাহিত্যিকৰ বিৰুদ্ধে আইনৰ আশ্ৰয় লৈ নিজৰ ভিতৰতে, তিক্ততা সৃষ্টি কৰাৰ মই পক্ষপাতী নহওঁ। এমুঠি অসমীয়া সহিত্যিকৰ মাজত বাদ বিসম্বাদৰ সূত্ৰপাত কৰাও মোৰ উদ্দেশ্য নহয়। মই বিচাৰো অসমীয়া আৰু অসমীয়া ভাষাৰ উন্নতি। যেয়ে যেনেকৈয়ে পাৰে মাতৃ ভাষাৰ বেদীত ফুল বেল-পাত দি মনৰ আনন্দেৰে যোড়শোপচাৰে পূজা কৰি নিজৰ মাতৃ ভাষাৰ উন্নতি বিধান কৰক; কাৰণ স্বদেশ আৰু স্বজাতিৰ উন্নতিৰ মঙ্গল বিধানৰ সিংহ দুৱাৰ হৈছে মাতৃ ভাষা।"

দুৱৰা ডাঙৰীয়াৰ মহানুভৱতাৰ বাবে অসমীয়া ভাষা সাহিত্যৰ এটি অপ্ৰীতিকৰ প্ৰসঙ্গৰ যতি পৰিল। এই কাৰ্য্যত প্ৰকাশ পাইছে দুৱৰাৰ সৰল অথচ বহল, উদাৰ অথচ নিৰ্ভীক অন্তৰৰ পৰিচয়।

সম্ভৱতঃ শ্ৰীমহেন্দ্ৰ বৰা, আৰু ৰামধেনু কেন্দ্ৰীক নতুন কবি গোষ্ঠীৰ অভিযোগ অকল দুৱৰাৰ ওপৰতে নাছিল। দুৱৰাৰ অভিভাষণখনিত আনৰ প্ৰভাৱৰ কথা সন্দেহ কৰাই ইয়াৰ মূল কাৰণ। বোধহয় শ্ৰীবৰাৰ আলোচনাতো তাৰেই ইঙ্গিত প্ৰকাশ পাইছিল—"দুৱৰাই নতুন কবিতা, নতুন কথা সাহিত্য আটাইৰে প্ৰতি বিষোদগাৰ উদ্গীৰণ কৰিছে। কথাৰ পকনীয়া গতিলৈ চাই তাৰ উহ আন কৰবাত থকা যেনহে লাগে। কাৰণ সেইবোৰ যুক্তি বহুত দিনৰ আগতে বঢ়িয়াকৈ খণ্ডন কৰি থোৱা হৈছে। তথাপি আনৰ প্ৰৰোচনাত পৰি ভাটৌ শ্লোকৰ দৰে সেইবোৰ উক্তি আওৰাবলৈ নেযোৱা হলে, দুৱৰাৰ মৰ্য্যাদা

বাঢ়িলহেঁতেন।......গোটেই ঘটনাটোতে এটা ষড়যন্ত্রমূলক অভিসন্ধিৰ গোন্ধ পোৱা যায়।"

ডুৱৰাই আইনৰ আশ্ৰয় লোৱাৰ পৰা সাহিত্য সভাক বিৰত কৰিলে যদিও অন্তৰত আঘাত নোপোৱাকৈ থকা নাছিল। অভিমানী ডুৱৰাই আঘাত পোৱাটো স্বাভাৱিক। তেওঁৰ দুই এক কাৰ্য্যত সেই ভাব প্ৰকাশ পাইছিল। গুৱাহাটীত সততে যি কোনো সভাতে যোগদান কৰাৰ পৰা বিৰত আছিল। এবাৰ আমি 'সমলয়' নামৰ আলোচনী এখনৰ বাবে কবিতা এটা বিচাৰি অনুৰোধ কৰোতে উত্তৰত লিখিছিল—

ডিব্ৰুগড় ৯।৪।৪৭

শ্ৰীমানেষু,

তোমাৰ চিঠিখন যথা সময়ত পাই বং পালো। আমাৰ কলেজৰ আলোচনী-খন হঠাতে বন্ধ হৈ গল। কিয় যে মই একোকে নাজানো। তাত মোৰ এটা প্ৰবন্ধ ওলাইছিল নাম "দাং বৰলাৰ কেচুৱা দৰ্শন"। অৱশ্যে গল্প কবিতা নহয়। মোৰ শেষৰ কবিতা এটা কানৈ কলেজৰ আলোচনালৈ নিলে। সেইটোৱে মোৰ Last poem বুলি ধৰি লবা—আৰু কবিতা নেলেখো। যুগৰ লগত খাপ খুৱাব নোৱাৰিলে প্ৰবন্ধ পাতি লিখাৰ কোনো অৰ্থ নাই। সেই কাৰণে তোমালোকৰ সমলয়লৈ পঠিয়াব নোৱাৰি দুখীত। অসম সাহিত্য সভা পত্ৰিকাত "ওমৰ খায়াম" সম্বন্ধে মোৰ এটি দীঘল প্ৰবন্ধ ওলাব। পঢ়ি চাবা।...gune মাহৰ ৮ তাৰিখে গুৱাটীতে মোৰ Radio Talk আছে। তালৈ যাব লাগিব—তেতিয়া দেখা পাম বুলি ভাবিছোঁ। সকলো ভবিষ্যতৰ ওপৰতে নিৰ্ভৰ কৰিছে। মোৰ মৰম আশীৰ্ব্বাদ লবা।

তোমাৰ
শ্ৰীযতীন্দ্ৰনাথ ডুৱৰা

১৯৫৬ খৃঃৰ ১৬ চেপ্টেম্বৰ দেওবাৰ। সিদিনা আছিল বিশ্বকৰ্ম্মা পূজা। অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাই চকু চিকিৎসাৰ বাবে ডিব্ৰুগড়লৈ যাওঁতে আমোলাপটীৰ পুবণিকলীয়া চাং বঙলাত ডুৱৰাক গৈ লগ ধৰে। শ্ৰীহাজৰিকাৰ লগত আছিল শ্ৰীঅশ্বিনীচৰণ চৌধুৰী। হাজৰিকাৰ লগত হোৱা নানান আলোচনাৰ মাজতে মাইলচ ব্ৰন্সনৰ অসমীয়া অভিধানখন দেখুৱাইছিল। তেওঁৰ ভতিজাক এজনে এজন নগা গামৰ পৰা বঁটা স্বৰূপে লাভ কৰি ডুৱৰাক উপহাৰ দিছিল। ডুৱৰাই পুথিখন আটোম-টোকাৰীকৈ থৈ দিছিল।



১৯৫৭ খৃঃৰ ১২ জানুৱাৰী তাৰিখে গুৱাহাটী অনাতাঁৰ কেন্দ্ৰই আয়োজন কৰিছিল এখনি কবি সন্মিলনী। কবি সন্মিলনীৰ অংশ গ্ৰহণকাৰিসকলৰ ভিতৰত ডুৱৰাও এজন। উক্ত কবি সন্মিলনীত পাঠ কৰা ডুৱৰাৰ কবিতা 'আৰতি'। কবি সন্মিলনত যোগদান কৰি আন আন কবি ৰঘুনাথ চৌধাৰী, ৰত্নকান্ত বৰকাকতী, নীলমণি ফুকন, অম্বিকাগিৰী ৰায়চৌধুৰী, পদ্মধৰ চলিহা, নলিনীবালা দেবী, বিনন্দ চন্দ্ৰ বৰুৱা, অতুলচন্দ্ৰ হাজৰিকা, আৰু প্ৰসন্নলাল চৌধুৰী।

১৭ জানুৱাৰী, শনিবাৰ, সিদিনা গুৱাহাটী নবীন বৰদলৈ হলত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ ষষ্ঠ মৃত্যুবাৰ্ষিকী উপলক্ষে গীত, নৃত্য কবিতা আবৃত্তি আদিৰে আকৰ্ষণীয় ভাবে অনুষ্ঠানৰ আয়োজন কৰা হয়। অসম সাহিত্য সভা, জ্যোতি সোঁৱৰণী সভা আদি স্থানীয় কেইটামান অনুষ্ঠানৰ আহ্বান ক্ৰমে আয়োজন কৰা সভাত সভাপতিত্ব কৰে যতীন্দ্ৰনাথ ডুৱৰাই। সভাপতি ডুৱৰাই তেওঁৰ ভাষণ প্ৰসঙ্গত জ্যোতিপ্ৰসাদৰ সাহিত্য প্ৰতিভা, সঙ্গীত আদিৰ অবদান আৰু তেওঁৰ লগত ব্যক্তিগত জীৱনৰ সম্বন্ধৰ কথা আলোচনা কৰিছিল।

পিচৰ বছৰত অৰ্থাৎ ১৯৫৮ খৃঃৰ জানুৱাৰী মাহত গুৱাহাটী সাহিত্য সভাৰ পক্ষৰ পৰা পূব গুৱাহাটীত মাঘ বিহু উপলক্ষে এখনি বিহু সন্মিলনীৰ আয়োজন কৰা হৈছিল। বিহু সন্মিলনীৰো বঁটা বিতৰণী সভাৰ সভাপতি ডুৱৰা।

১৯৫৮ খৃঃৰ ১৫ আগষ্ট শুক্ৰবাৰ। স্বাধীনতা দিবস উপলক্ষে গুৱাহাটীৰ লোক-প্ৰিয় বৰদলৈ উদ্যানত অনুষ্ঠিত এক গাম্ভীৰ্য্যপূৰ্ণ আকৰ্ষণীয় অনুষ্ঠানত অসম প্ৰদেশ কংগ্ৰেছ কমিটিয়ে গড়মূৰীয়া সত্ৰাধিকাৰ শ্ৰীশ্ৰীপীতাম্বৰ দেৱ গোস্বামী আৰু এঘাৰজন অসম সাহিত্য সভাৰ সভাপতিক সম্বৰ্দ্ধনা জনায়। সম্বৰ্দ্ধনা সমাৰোহত উপস্থিত থকা প্ৰাক্তন সভাপতিসকলৰ ভিতৰত আছিল ৰঘুনাথ চৌধাৰী, নীলমণি ফুকন, অম্বিকাগিৰী ৰায়চৌধুৰী, ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা, নলিনীবালা দেবী, যতীন্দ্ৰনাথ ডুৱৰা, বেণুধৰ শৰ্ম্মা আৰু পদ্মধৰ চলিহা। চন্দ্ৰধৰ বৰুৱা, মফিজুদ্দিন আহমদ, হাজৰিকা আৰু শ্ৰীকৃষ্ণকান্ত সন্দিকৈ সভাত উপস্থিত হব নোৱাৰিলে। অভ্যাগত সভাপতিসকলক গুবাহাটী জিলা কংগ্ৰেছ ভবনলৈ সাদৰি অনা হয়। জিলা কংগ্ৰেছ ভৱনত খন্তেক জিৰণি লোৱাৰ পিচতে আৰম্ভ হয় সভা মণ্ডপলৈ সমদল যাত্ৰা। শঙ্খ, ঘণ্টা, ডবা, কাহ, ধুপ দীপ আদিৰে মাঙ্গলিক ধ্বনি কৰি তোৰণৰ মাজেৰে মণ্ডপলৈ আদৰি আনি যথা স্থানত আনুষ্ঠানিকভাবে উপবিষ্ট কৰোৱা হয়।

অসম প্ৰদেশ কংগ্ৰেছৰ পক্ষৰপৰা সভাপতি শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰীয়ে

গড়মূৰীয়া সত্ৰাধিকাৰ প্ৰমুখ্যে আটাই কেইজন সন্মানিত অতিথিক উপহাৰ দিয়ে একোখন ডাঙৰ কাহৰ বঁটাৰ ওপৰত কাঠৰ ধুনীয়া বাকচ এটিত একোখন অভিনন্দন পত্ৰ আৰু একোখন পাতৰ চাদৰ। যতীন্দ্ৰনাথ দুৱৰাক দিয়া অভিনন্দন পত্ৰখনত কবি জনাৰ গুণ গড়িমা কীৰ্ত্তন কৰি কয়—

হে স্বনাম ধন্য কবি,

শৈশৱকালতে কাব্যলক্ষীৰ প্ৰেৰণাত যি 'আপোন সুৰ' আপোনাৰ বীণত বাজি উঠিছিল তাৰ মধুৰ মুৰ্চ্ছনাই আজিও অসমৰ কাব্য-আকাশ মুখৰিত কৰিছে। আপুনি ভগীৰথৰ দৰে নৱন্যাস কবিতাৰ মন্দাকিনীধাৰা নমাই আনি অসমৰ উথৰ কাব্যভূমি শ্ৰীমণ্ডিত কৰি দিয়ে। আপোনাৰ 'মধুৰ কোমলাকান্ত-পদাৱলী'য়ে কাব্যমোদীসকলক আনন্দ দিয়াৰ উপৰিও এক নতুন কবি সম্প্ৰদায় গঢ়াত অনুপ্ৰেৰণা যোগালে।

আপুনি দেশ-বিদেশৰ সাহিত্য-মধু পান কৰি অসমীয়া পাঠককো তাৰ ভাগ দিবলৈ সক্ষম কৰিছে। কছ সাহিত্যিকৰ গদ্য কবিতাৰ আৰ্হিত ৰচনা কৰা আপোনাৰ 'কথা কবিতা' আৰু ওমৰ খায়ামৰ দৰদী কাব্যৰ ৰসানুবাদ "ওমৰ তীৰ্থই" অসমীয়া কাব্যজগতত বামধেনুৰ বৰ্ণ-বৈচিত্ৰৰ সৃষ্টি কৰিছে। আপোনাৰ বনফুলৰ সৌৰভে অসমীয়া সাহিত্যৰ বেদী আমোল মোলাই ৰাখিছে।

আপুনি যশপ্ৰাৰ্থী নহয়। লোকচক্ষুৰ অন্তৰালত পাহৰণি নৈৰ দাঁতিত নিৰলে নিজান মনে আত্মবিনোদনৰ সুৰ সাধন কৰিবলৈ আপুনি ভাল পায়। কিন্তু সেই সুৰে আপোনাৰ নিজ চিত্ত বিনোদন কৰাৰ উপৰিও সহৃদয় কাব্যমেদী সকলকো তন্ময় কৰে। আপুনি পাহৰণিৰ আশ্ৰয় বিচাৰিলেও আপোনাৰ গুণমুগ্ধ দেশবাসীৰ অন্তৰত আপুনি চিৰস্মৰণীয় হৈ থাকিব। আপুনি এদিন অন্ধকাৰ পুৰীত পোহৰ পৰিব বুলি ভৱিষ্যতবাণী কৰিছিল। আপোনাৰ বাণীয়ে সফলতা লাভ কৰক—অসম প্ৰদেশ কংগ্ৰেছ কমিটীয়ে তাকে কামনা কৰিছে।"

উছৱ উপলক্ষে দুৱৰা ডাঙৰীয়াই দিয়া বাণীত কৈছিল "সাহিত্য এপাহি ফুলৰ দৰে—ই সুন্দৰ সুগন্ধি হলে আপোনা আপুনি আনক তাৰ কাষলৈ টানি আনিব। আমি সকলো দেশৰ, সকলো সাহিত্যৰ পৰা ভাল ভালখিনি সংগ্ৰহ কৰি আমাৰ অসমীয়া সাহিত্য ফুলনিৰ সৌন্দৰ্য্য বঢ়াই, অসমীয়া সাহিত্যৰ পৰিপুষ্টি সাধন কৰি আমাৰ জাতিক 'সত্যম্ শিৱম্ সুন্দৰম্' উপলব্ধি কৰাই, মানৱ জীৱনৰ মহৎ উদ্দেশ্য বুজাবলৈ সক্ষম হব লাগিব।"

সম্বৰ্দ্ধনাৰ উত্তৰত পাঠ কৰিবৰ বাবে দুৱৰা ডাঙৰীয়াই যতনাই লৈছিল দুটি



কবিতা—এটি 'আবৃত্তি' আনটি "ঋগ্বেদৰ মধুময়ছন্দ"। আবৃতি কবিতাটি ঠিকেই আবৃত্তি কৰিলে। কিন্তু সিটো কবিতা জেপতে থাকি গল। কবিয়ে পাহৰিলে।

এবাৰ দুৱৰাক গণৰাজ্য দিবস উপলক্ষে নতুন দিল্লীত আয়োজন কৰা ৰাষ্ট্ৰীয় কবি সন্মিলনীলৈ আমন্ত্ৰণ জনোৱা হৈছিল। শাৰীৰিক অসুস্থতাবশত দুৱৰাৰ নতুন দিল্লীলৈ যোৱাটো সম্ভৱ নহল।

১৯৫৬ খৃঃৰ পৰা ১৯৬৯ খৃঃ লৈকে গুৱাহাটীলৈ দুৱৰা সঘনে আহিছিল। চেনিকুঠীৰ ৰবীন বৰুৱাৰ ঘৰতে তেওঁ সদায় থাকে। লগত আহে সাধন নাইবা প্ৰশান্তলাল দুৱৰা। গুৱাহাটীলৈ আহিলেই শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা, ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱা, ফণীধৰ দত্ত, ডাক্তৰ হৰেকৃষ্ণ দাস, জ্ঞাননাথ বৰাৰ ঘৰলৈ প্ৰায়ে লৈ যাব লাগে। ডাক্তৰ হৰেকৃষ্ণ দাস দুৱৰাৰ এজন শ্ৰদ্ধাভাজন ব্যক্তি। সাহিত্য সভাৰ গুৱাহাটী অধিবেশনৰ পিচত এবাৰ অম্বিকানাথ বৰা, জ্ঞাননাথ বৰাৰ ঘৰত অভিভাষণ সম্বন্ধে আলোচনা হৈছিল। অম্বিকানাথ বৰাই আলোচনা প্ৰসঙ্গত কৈছিল 'আপোনাৰ অভিভাষণখনে লৰাই দিছে।'

গুৱাহাটীত থকা কালচোৱাত প্ৰায়ে আমি দুৱৰাক লগত লৈ ফুৰাব লাগে। আবেলি ফুৰোতে লাহেকৈ দুৱৰাক তেওঁৰ স্বৰচিত কবিতা এটিৰ ফাকি এটা মাত্ৰ মনত পেলাই দিব লাগে তাৰ পিচত শুনি থাকক কবিৰ মুখত আবৃত্তি। আবৃত্তি কৰা কবিতাৰ ভিতৰত ওমৰ তীৰ্থৰ কবিতাহে বেছি প্ৰিয় যেন লাগে। ইংৰাজী আৰু বঙালা কবিতাও মাজে মাজে আবৃত্তি নকৰা নহয়। দুৱৰাৰ মুখত স্বৰচিত কবিতাৰ আবৃতি শুনিবলৈ হলে এনেদৰে চলচাই কঠিয়া সিচিব জানিব লাগে। তেতিয়া হে সম্ভৱ হয়।

এনেদৰে ফুৰোতে মাজে মাজে দুৱৰাক লুজন কিনি দিব লগা হয়। লুজনৰ ভাগ অন্যক্ষে লগৰজনকো নিদিয়াকৈ নাথাকে। সৰু লৰাৰ দৰে কেতিয়াবা আকৌ ৰবীন বৰুৱাৰ ঘৰত মুৰি খুজি যায়। মুখত টেঙা পানী আহিলে মুৰি খাই ভাল পায়। পিচৰ বয়সত হেনো গুৰো খুজি খাইছিল।

দুৱৰাক আলিবাটেৰে ফুৰাই থাকিলে যদি কেনেবাকৈ এখন মটৰৰ শব্দ কাণত পৰে তেতিয়া একেবাৰে ৰাস্তাৰ দাঁতি নাইবা নলাৰ ওপৰলৈ টানি লৈ যাব। আৰু বৰ বেজাৰেৰে কয়—"বুজিছা মইনা এই মটৰবোৰক মোৰ যমতকৈয়ো বেছি ভয় লাগে। যমে নিলে মোক একেবাৰে লৈ যাব। কিন্তু এই মটৰে মোক কাললৈ ঘৃনীয়া কৰিলে।" চোৱা বুলি হাতখন নি থুতুৰিৰ কাষত লগাই দিয়ে। সেই ঠাইৰ হাড়ডাল কলিকতাৰ মটৰ দুৰ্ঘটনাতে ভাঙিছিল।

গুৱাহাটীত দুৱৰাই প্ৰিয় বন্ধু-বান্ধৱৰ সান্নিধ্যলৈ আহি বৰ ভাল পাইছিল। আৰু প্ৰায়ে ডিব্ৰুগড়লৈ উভতি গৈ বেজাৰ কৰি লিখিছিল,

ডিব্ৰুগড় ২৯।৮।৫৮

মৰমৰ নন্দ,

তোমাৰ চিঠিখন পাই খুব ভাল লাগিল। মোৰো তাত থকা দিন কেইটি খুব আনন্দেৰে গল। এতিয়া আকৌ সেই অকলশৰীয়া জীৱন—ইয়াৰ কাৰো লগত মোৰ খাপ নেখায়। কাযে কাযে অকলই ওমলো জামলো অকলৈ পাতিছো সংসাৰ অকলই শূন্য মন্দিৰত যাচো মোৰ হৃদয় সম্ভাৰ।...... তোমাৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

লাহে লাহে দুৱৰাক পাহৰণিয়ে ভালকৈয়ে লগ লৈছিল। গুৱাহাটীলৈ আহিলে নিজৰ থকা ঠাই শ্ৰীৰবীন বৰুৱাৰ ঘৰত সোমাই লগত থকা শ্ৰীৰবীন বৰুৱাকে আকৌ কৈছিল মই ইয়াতে অলপ সোমাওঁ তোমালোকে আগবঢ়া। নিজৰ শোৱা কোঠালীটো এৰি ভুলকৈ শ্ৰীবৰুৱাৰ শোৱনী কোঠালীত সোমাই পুনৰ মই পাহৰিছিলো বুলি লাজ লাজকৈ ওলাই আহে। ডক্টৰ বিৰিঞ্চি বৰুৱাৰ ঘৰৰ পৰা ওলাই আহি বাটত আকৌ কয় "তুমি কাইলৈ মোক বিৰিঞ্চিৰ তালৈ নিব লাগিব।"

"এতিয়াই আমি ডক্টৰ বৰুৱাৰ ঘৰৰ পৰা আহিলো নহয়" বুলি সোঁৱৰাই দিলে "মই পাহৰিছিলো মইনা" বুলি লাজ লাজকৈ হাত দুখনত খামোচ মাৰি ধৰে।

কানৈ কলেজত অধ্যাপনা কৰাৰ সময়ত সকলো অধ্যাপক ছাত্ৰৰে শ্ৰদ্ধাৰ ব্যক্তি আছিল দুৱৰা। শ্ৰেণীত তেওঁ সদায় নিয়মীয়া। কেতিয়াবা শ্ৰেণীত দুই এক দুষ্ট লৰাই ছোৱালীৰ হৈ পাৰচেণ্টেজ দিলে হেনো কয় "তোমালোকে ছোৱালী হবলৈ ভাল পোৱা যদি হোৱা মোৰ কি ক্ষতি।" এইবুলি কৈ লাজ কুৰীয়াকৈ হাঁহি এটা মাৰে। আকৌ কেতিয়াবা পিচৰ বেঞ্চৰ লৰাই কথা পাতি থাকিলে হেনো কয়—'তোমালোকে ইয়ালৈকে অহা মই তালৈকে যাওঁ।' অৰ্থাৎ তোমালোকে আহি লেকচাৰ দিয়া। কেতিয়াবা বেছিকৈ আমনি কৰিলে খং উঠে। পিচত সেই শ্ৰেণীৰে লৰা এজনে কিবা বিচাৰি লগ ধৰিলে "তুমি নিয়া মইনা, তোমালোকৰ ক্লাচৰ লৰাক হলে নিদিওঁ।" যেন তেওঁ সেইখন ক্লাচৰ লৰা নহয় হে। পঢ়াৰ মাজতে মাজে মাজে কলিকতাৰ জীৱনৰ আমোদজনক কাহিনীও কয়। অধ্যাপনাৰ কালচোৱাত এনে ধৰণৰ দুই এটি সকৰুৱা আমোদ-জনক কথা আছে। সেই বুলি তেওঁ আছিল সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ।



কানৈ কলেজ আলোচনীৰ লগতো তেওঁৰ আছিল নিবিড় সম্পৰ্ক। প্ৰায়ে তেওঁ কলেজ আলোচনীত গল্প কবিতা প্ৰবন্ধ আদি কিবা এটা নহয় কিবা এটা দিয়েই। অধ্যক্ষ শ্ৰীযোগীৰাজ বসুৰো দুৱৰা এজন শ্ৰদ্ধাভাজন ব্যক্তি।

কানৈ কলেজত থকা সময়তে প্ৰকাশ হয় দুৱৰাৰ শেষতীয়া কবিতাৰ পুথি 'মিলনৰ সুৰ'। পুথিখনিৰ পাতনি লেখিছিল অধ্যক্ষ শ্ৰীযোগীৰাজ বসুৱে।

১৯৬০ খৃঃৰ ভাষা আন্দোলনৰ সময়ত দুৱৰা ডিব্ৰুগড় কানৈ কলেজত। বাসস্থান আমোলাপটিৰ সেই জৰাজীৰ্ণ চাং বঙলা। সাধন সেই সময়ত সপৰিয়ালে দুৱৰাৰ লগত। কিছুদিন পিচত সাধনে ঘৈণীয়েকক কলিকতালৈ পঠিয়াই দিয়ে। আন্দোলন ক্ৰমে বাঢ়ি অহাত ঘৈণীয়েকে কলিকতালৈ সাধনক মাতি পঠিয়ালে। এদিন সাধনো কলিকতালৈ গুচি গল। অকলশৰীয়া কবি আৰু অকলশৰীয়া হৈ পৰিল। তেতিয়া দুৱৰাৰ স্মৃতিশক্তি লাহে লাহে লোপ পাই আহিবলৈ ধৰিছিল। সেই সময়তে সঘনে অসুখো হৈছিল। ১৯৬০ খৃঃৰ শেষ ভাগত দুৱৰাক ভাতিজাক সকলে একেবাৰে ডিব্ৰুগড়ৰ পৰা শিৱসাগৰৰ ঘৰলৈ লৈ আহিল। ১৯৬১ খৃঃৰ ১ জানুৱাৰীৰ পৰা দুৱৰাই অধ্যাপনাৰ পৰা একেবাৰে অব্যাহতি ললে। ১৯১৭ খৃঃত—শিক্ষকতাৰ সূচনা আৰু সুদীৰ্ঘ ডুকুৰি চাৰি বছৰ পিচত অধ্যাপনাৰ পিচত ডিব্ৰুগড় কানৈ কলেজত সামৰণি।

১৯৬১ খৃঃৰ ১২ জানুৱাৰী তাৰিখে ডিব্ৰুগড় কানৈ কলেজত পাতিছিল বিদায় সভা। সিদিনা যেন কবিৰ 'জীৱনৰ শেষ পাঠ' আখৰে আখৰে ফলিয়াইছিল। কবি হৈ পৰিছিল বৰ অভিভূত, চকুৰে বৈ আহিছিল দুধাৰি তপত চকুলো আৰু বিদায় ভাষণ পাঠ কৰিছিল থোকাথুকি মাতেৰে—

'আজি আপোনালোক মোক যি বিদায় সম্বৰ্দ্ধনা জনাইছে তাৰ বাবে আপোনা-লোকৰ ওচৰত মই চিৰকৃতজ্ঞ। এই কলেজতে মই বাৰ বছৰ শিক্ষকতা কৰি আছিলো। শেষত শৰীৰৰ অসুস্থতা হেতুকে এই কলেজৰ পৰা অৱসৰ লব-লগীয়া হলো। মোৰ বৰ্ত্তমান শৰীৰ বৰ ভাল নহয় আৰু আজি ৰুগ্ন শৰীৰেৰেই আপোনালোকৰ মাজলৈ আহিব পৰাটো ঈশ্বৰৰ অনুগ্ৰহ আৰু আপোনালোকৰ মৰমৰ টান। গতিকে মই বেছি কথা কব নোৱাৰাৰ কাৰণে নিজে নিজে বৰ লাজ পাইছোঁ।......ছাত্ৰসকলক উদ্দেশ্য কৰি কৈছিল—

......আজি বিদায়ৰ দিনত তেওঁলোকৰ ওচৰত মোৰ অনুৰোধ তেওঁলোকে এই কলেজতে শিক্ষা লাভ কৰি নিজৰ সুনাম অৰ্জন কৰাৰ লগে লগে কলেজৰো সুনাম, গৌৰৱ আৰু ঐতিহ্য অটুট ৰাখিবলৈ চেষ্টা কৰে যেন। তেওঁলোকৰ মৰম

মই কেতিয়াও পাহৰিব নোৱাৰোঁ। তেওঁলোকৰ মাজৰ পৰা যাবলগীয়া হোৱাত সঁচাকৈয়ে বৰ বেজাৰ পাইছো। চাকৰীয়াল জীৱনত অহা যোৱা আছেই; কিন্তু মই মোৰ স্বাস্থ্যৰ কাৰণে যাব লগা হলো। এইখিনিতে কলিকতাৰ মোৰ একালৰ শিক্ষা গুৰু শ্ৰদ্ধেয় ডাঃ এডৱাৰ্ডৰ কথাকৈ মনত পৰে। তেখেতে অৱসৰ লৈ যাবৰ সময়ত ইয়াৰ নিচিনাই সভা এখনত কৈছিল—I shall no longer be surrounded by the smiling faces of the boys. I shall have to pass my clays in the chimney corner counting my days that are to come. But boys wherever you go you have my blessings always. Boys will come and boys will go but I, your old professon, will have to pass his days alone. গতিকে তেখেতৰ এই বাণীয়েই আজি তোমালোক ছাত্ৰ-ছাত্ৰীসকলৰ প্ৰতি মোৰো বাণী।

শেষত তোমালোকক মোৰ হিয়াভৰা চেনেহৰে সৈতে আশীৰ্ব্বাদ কৰিছো:

জীৱনৰ বাট হওক কুসুম কোমল
হাঁহি হওক প্ৰাণৰ সমল
আনন্দ লোতক চকুৰ ধাৰা
আশীৰ্ব্বাদ এই মোৰ পৰা।

শেষত মোৰ সহকৰ্ম্মীসকললৈ মোৰ শ্ৰদ্ধা আৰু চেনেহ যাচিছো। তেখেত-সকলৰ লগত কাম কৰি সঁচাকৈয়ে মই বৰ আনন্দ পাইছিলো। কলেজৰ চাকৰি জীৱন চলাই যাওঁতে যদি নিজৰ অজ্ঞতাবশতঃ কিবা দায় জগৰ লগাইছিলো, আজি এই বিদায় দিনত নিজ গুণে সকলোৱে এই নিঃকিনক ক্ষমা কৰে যেন।

শেষত কানৈ কলেজৰ সৰ্ব্বাঙ্গীন উন্নতি কামনা কৰো আৰু মঙ্গল প্ৰাৰ্থনা কৰো।

মেলানি লাগিলো আজিলৈ
নাহো নাহো আৰু কাষলৈ
আন্দাৰ পুৰীত থাকি
আন্দাৰ সপোন দেখি
আন্দাৰৰ ছবি আকি লৈ
উৰি উৰি যাও দূৰলই।"



## দিখৌৰ পাৰত

গোটেই জীৱন ছাত্ৰ-ছাত্ৰীৰ লগত পবিত্ৰ জ্ঞান মন্দিৰৰ চাৰিবেৰৰ মাজত থাকি শেষত অকলশৰীয়া কবি অকলশৰীয়া হৈ ওলাই আহিল। যি দিখৌৰ পাৰৰ প্ৰকৃতিৰ শ্যামলিমা সৌন্দৰ্য্যৰে পৰিবেষ্টিত আপোন পজাত শৈশৱৰ ধুলি-বালি খেলি ডাঙৰ দীঘল হৈছিল, ঠুকুৰি এবাৰ বছৰ পিচত পুনৰ সেই ঠাইলৈ উভতিল জৰা ব্যাধি গ্ৰস্ত বাৰ্দ্ধক্যৰ বোজালৈ। দিহিঙে দিপাঙে সকলে আপোন মনে সংসাৰ নৈত নাও বাই ফুৰা নাৱৰীয়া কবিৰ জীৱন তৰি এইবাৰ চাপিলেহি দিখৌৰ পাৰৰ আপোন পজাৰ কাষত। কবি আকৌ সোমাই পৰিল আত্ম পৰিজনৰ মৰম চেনেহৰ মাজত। মৰমী সৰু নবৌ শ্ৰীযুক্তা দীক্ষদালতা ছুৱৰা, ছুজনী বোৱাৰী, এজনা নাতিনী অনুৰূপাৰ ( মনি ) মৰম চেনেহৰ মাজত ডুব গল। এই কালচোৱাত কবিৰ সকলো কামৰে আলপৈচান ধৰিছিল অনুৰূপাই ( মনি )। 'কেনিও কতো আপদাল নোপোৱা' বুলি আক্ষেপ কৰা কেৱলীয়া কবি শেষ-জীৱনত আত্ম-পৰিজনৰ মৰম চেনেহত বুৰ গল। ভতিজাক শ্ৰীবসন্তলাল ছুৱৰাই নিজে কবিৰ ডাঢ়ি খুৱাই, গা ধুৱাই দি সকলো কামকে কৰি দিছিলে। জীৱনৰ শেষ কালচোৱা আত্ম পৰিজনৰ মৰম চেনেহৰ মাজতে কাল কটাবলৈ ধৰিলে ৰাতি পুৱা শুই উঠি ঘৰৰ সমুখত ফুলি থকা গোলাপ কলিটিলৈ চাই আপোন ভাবতে বিভোল হৈ কবিয়ে গুণ গুনায়।

গোটোৱা গোলাপ কলি থাকোতে সময় সখী
জীৱনৰ সোঁত বলি যায়
যিটো ফুলে ফুলি আজি ফুলনি শুৱায় তোলে
কালিলৈ পাহি মেলি নুফুলে ছুনাই

বাহঁনিৰ মাজেৰে এচেৰেঙা কাচিয়লি ৰ'দ আহি যেতিয়া চোতালত পৰেহি কবিৰ মুখত আপোনা আপুনি ওলাই "আহে বাহনিৰ স্থৰুঙাই···।

কেতিয়াবা আপোন মনে আগফালৰ চকিখনিত বহি কবিয়ে গুণ গুণ কৈ গায়—

জীৱনৰ ধান থাকোতে সময়
গোটোৱা যতন কৰি
নহলে আপুনি বতাহত উৰি
পতান আহিব উৰি।

আনকি কবিয়ে শৌচ কৰিবলৈ গৈও মুখেৰে কিবা গুণ গুণ কৈ গাই থাকে।

যিমানে দিন যাবলৈ ধৰিলে সিমানে যেন কবিও বিস্মৃতিৰ গৰ্ভত বিলীন হৈ পৰিল। মৰম চেনেহ আপডালৰ মাজত ৰাখিল যদিও সকলো ব্যৰ্থ হল, কবিৰ স্মৃতিশক্তি লাহে লাহে কমিহে আহিল। লাহে লাহে মানুহ চিনি নোপোৱা হল।

ঘৰলৈ যোৱা জনে চিনাকি দিলে চিনি পায়। আৰু আলপ পিচতে পাহৰি যায়। সেইকথা সোঁৱৰাই দিলে "মই পাহৰিছিলো মইনা" বুলি বৰ অপৰাধীৰ দৰে হাতখনত খামোচ মাৰি ধৰে। আনকি কেতিয়াবা ভাত নাখালেও খোৱা বুলি শুই থাকে।

১৯৬১ খৃঃৰ পূজাৰ বন্ধত অক্টোবৰ মাহত আমি এবাৰ দুৱৰাক শিৱসাগৰৰ ঘৰত লগ ধৰিছিলো। সিদিনা কবিয়ে আমাক চিনিব পৰা নাছিল। দেখিয়ে মাথোন কৈছিল "তোমাক চিনো চিনো লাগে মইনা।" চিনাকি দিয়াত সাৱটি ধৰিছিল। বৈ বৈ বাৰে বাৰে কৈছিল মই ডিব্ৰুগড়ৰ পৰা একেবাৰে আহিলো নহয়। ভাতিজাক সকলক বাৰে বাৰে চিনাকি কৰি দিছিল। কলিকতীয়া জীৱনৰ দুই চাৰিষাৰ কথা সুঁৱৰিছিল।

১৯৬১ খৃঃৰ ১৪ অক্টোবৰ তাৰিখে দুৱৰাক শিৱসাগৰ ৰংপুৰ সাহিত্য সভাৰ পক্ষৰ পৰা সম্বৰ্দ্ধনা জনোৱা হয়। সম্বৰ্দ্ধনাৰ উত্তৰত কবিয়ে বিশেষ একো কব পৰা নাছিল, মাথোন কৈছিল "আপোনালোকৰ সম্বৰ্দ্ধনাৰ প্ৰত্যুত্তৰত মোৰ কবলৈ বা দিবলৈ একো নাই। কাৰণ মোৰ শৰীৰ এতিয়া ভগ্ন অৱস্থা আৰু বক্তব্যও ভালকৈ প্ৰকাশ কৰিব নোৱাৰো। এতিয়া মোক I shall have to sit silently is chimney corner counting my days that are to come. এই অৱস্থাত পৰিছোহি।"

দুৱৰাৰ ভাতিজা শ্ৰীবসন্তলাল দুৱৰাই এবাৰ চিন্তা কৰিলে এদিন একেলগে কেইজন বয়োবৃদ্ধ সাহিত্যিকক এসাজ খুওৱাৰ কথা। তেনে কৰিলে 'বাপুদা'ই মনত আনন্দ পাব। 'বাপুদা'ৰ অনুমতি বিচাৰিলত সাদৰেৰে অনুমতি দি কলে "মাত বোপাই তেওঁলোকৰ ওচৰলৈ ময়ো যাব নোৱাৰা হলো। ইয়াতে লগ পালে বৰ ভাল পাম। আহিব জানো? তেওঁলোকৰ ভাল নে!"

শ্ৰীবসন্তলাল দুৱৰাৰ মনৰ হেপাহ পূৰণ হল। শ্ৰীনীলমণি ফুকন, নকুল চন্দ্ৰ ভূঞা আৰু পদ্মধৰ চলিহা আমন্ত্ৰণত সহাৰি দি দুৱৰাৰ ঘৰলৈ আহিল।



সিদিনা আছিল ১৯৬৩ খৃঃ ৰ ৭ এপ্ৰিল, চ'ত মাহৰ একুৰি চাৰি দিন। দেওবাৰ। দুৱৰাৰ দিখৌৰ পাৰৰ ঘৰত সকলোটি মিলিত হল। চাৰিও একেলগে বহিলৈ মনৰ কথা পাতিলে। ৰংমনেৰে এসাজ খালে। নানান আলাপ আলোচনাৰ মাজেৰে এৰি অহা দিনৰ কথা সুঁৱৰি চালে। চাৰিওজনৰে এখন ফটো লোৱা হল। বসন্তলাল দুৱৰাৰ যে কি আনন্দ। সিদিনা দুৱৰাৰ সাজটো সুন্দৰ আৰু নিকা। শুধবগা ধুতি পাঞ্জাবি, ডিঙিত বগা সূতাৰ মিহি চাদৰ, চকুত সোণালী ফ্ৰেমৰ চশমা, অলপ পকা নপকা সুন্দৰকৈ ফনিয়া দীঘল কেকোৰা চুলি, হাতত লাখুটিৰে এক সুন্দৰ সম্য ভাবত দেখা গৈছিল। চকুৰে মুখেও ফুটি উঠিছিল সাম্য ভাব।

মাজে মাজে অসুখ ভুগিছিল যদিও শেষ বয়সত দুৱৰা ৰোগ শয্যাত পৰি থাকিব লগা হোৱা নাছিল। কিন্তু পাহৰনিৰ গৰ্ভত যেন কবিৰ জীৱনৰ সকলো কথাই হেৰাই গৈছিল। চিনাকি নিদিলে আত্মীয় স্বজনকো চিনিব নোৱাৰিছিল।

১৯৬৩ খৃঃৰ এপ্ৰিল মাহত অসম সাহিত্য সভাৰ ত্ৰিংশতম অধিবেশন নাজিৰাত অনুষ্ঠিত হয়। সেই অধিবেশনলৈ যাওঁতে আমি শেষ বাবৰ বাবে দুৱৰাক লগ পাওঁ। আমি যেতিয়া গৈ বাটচৰাত বহিলো তেতিয়া দুৱৰাই সিটো খোটালিত শিৱ স্তুতি গাই আছিল। আমি যোৱা বুলি কোৱাত ওলাই আহিছিল যদিও চিনিব পৰা নাছিল। চিনাকি দিওঁতে আকোৱালি ধৰি সেই একেই লাজকুৰীয়া ভাবে কৈছিল "মই চিনিব পৰা নাছিলো মইনা"। সিদিনা সুধি সুধি খুব কম কথাহে সোঁৱৰনীৰ পটলৈ আনিব পাৰিছিলো। সিদিনা কবিৰ অৱস্থা দেখি সঁচাকৈয়ে বেয়া লাগিছিল। পাহৰনি নৈৰ অতল গৰ্ভত বিলীন হোৱাৰ যেন সন্ধিক্ষণ।

১৯৬৪ খৃঃৰ আৰম্ভনীৰে পৰা মাজে মাজে অলপ অচৰপ অসুখ হবলৈ আৰম্ভ হৈছিল। লাহে লাহে অৱস্থা বেয়াৰ ফাললৈ ঢাল খাইছিল। মে মাহত এবাৰ দুৱৰাৰ অৱস্থা উদ্বেগজনক হল। কিছুদিন ৰোগ শয্যাত পৰি থকাৰ পিচতে আৰোগ্য হ'ল।

জুনৰ প্ৰথম ভাগৰে পৰা পুনৰ অসুখ আৰম্ভ হল। এদিন দুদিন নহয় একুৰি এদিন ৰোগ শয্যাত পৰি থাকিব লগা হল। যিমানে দিন আগবাঢ়িল ক্ৰমে অৱস্থাও সিমানে উদ্বেগজনক হল। মৃত্যুৰ তিনিদিন আগৰেপৰা অৰ্থাৎ ৩ জুলাই

শুক্ৰবাৰৰ পৰা অৱস্থা ক্ৰমে বেয়াৰ ফাললৈ ঢাল খালে। পাঁচ বছৰ আগতে জিৰণি লবলৈ আহি যিতাপি লোৱা চেনেহৰ 'বাপুদাক' মৃত্যুৰ মুখৰ পৰা ৰক্ষা কৰিবলৈ ভতিজাকসকলে আপ্ৰাণ চেষ্টা কৰিছিল। কিন্তু নোৱাৰিলে। সকলো বিফল হল।

১৯৬৪ খৃঃৰ ৫ জুলাই। সিদিনা আছিল দেওবাৰ। নিশাৰে পৰা কবিৰ অৱস্থা উদ্বেগজনক। ৰাতিপুৱা চাৰে আঠ বজাৰ লগে লগে কবিৰ জীৱন বন্তি নিৰ্ব্বাপিত হল। অসমৰ কাব্য আকাশৰ এটি তৰা খহি পৰিল। অভিমানী কবিয়ে জগতৰ অনাদৰ অবহেলা সকলোকে পাহৰি সেউজীয়া প্ৰকৃতিৰ কোমল কোলাত জীৱনৰ লীলা খেলা সমাপণ কৰিলে।

'সকলোকে অন্তৰৰ প্ৰণাম জনাই
নাও মেলি আহিলো আঁতৰি'

নবৌয়েকহঁতৰ চেনেহৰ বাপু, ভতিজাকহঁতৰ শ্ৰদ্ধাৰ বাপুদা, নাতি-নাতিনীৰ ককা, আৰু অসমীয়াৰ মৰমৰ কবিজনাই সিদিনা কাৰো হিয়াভগা কান্দোনলৈ অপেক্ষা নকৰিলে। 'সেই চিৰ তৰুণ হাঁহি বিৰিঙা মুখ, কোমল প্ৰাণ অনাবিল চৰিত্ৰ, লাজুকি লতাতকৈও লাজকুৰীয়া দুৱৰা কবিৰ প্ৰাণহীন অসাৰ দেহ মাথোন পৰি ৰল মাটিৰ বুকুত। সিদিনাই লুইতৰ পাৰৰ গুৱাহাটী চহৰত নশ্বৰ দেহ ত্যাগ কৰিলে আন এগৰাকী বুৰঞ্জীবিদ কবি ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা ডাঙৰীয়াই।

দুৱৰাৰ অসুখৰ বাতৰি পাই ইতিমধ্যে দুই তিনিদিন আগৰেপৰা দুৱৰাৰ ঘৰলৈ খবৰ কৰিব অহা লোকৰ অন্ত নাই। ৰাতিপুৱা মৃত্যুৰ ব্যতৰি চহৰত নিমিষতে বনজুইৰ দৰে বিয়পি পৰাৰ লগে লগে লৰা, ডেকা, বুঢ়াৰে দিখৌৰ পাৰৰ দুৱৰাৰ ঘৰ ভৰি পৰিল। চহৰৰ দোকান-পোহাৰ বন্ধ কৰি স্বৰ্গত আত্মাৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰিলে।

দুপৰীয়া এক বজাত চিৰদিনৰ বাবে আপোন ঘৰখনৰ পৰা স্বৰ্গত কবিজনাৰ নশ্বৰদেহ উলিয়াই অনা হ'ল।

নাম কীৰ্ত্তনেৰে এটি বিবাট সমদল যাত্ৰা কৰি শৱদেহ কঢ়িয়াই অনা হল। নগৰ পৰিভ্ৰমণৰ পিচত শৱদেহ কঢ়িয়াই অনাহল শশ্মানভূমিলৈ। দিখৌৰ পাৰৰ শ্মশান ভূমিতে মৰমৰ ভতিজাক শ্ৰীবসন্তলাল দুৱৰাই চিতাত অগ্নি সংযোগ কৰিলে। চাওঁতে চাওঁতে কবিৰ নশ্বৰদেহ অগ্নিৰ লেলিহান শিখাই ভস্মীভূত কৰিলে। শৱদেহৰ শেষ কাৰ্য্য শেষ হবৰ উপক্ৰম কৰোতেই আহিল এজাক প্ৰবল



ধুমুহা আৰু বৰষুণ। ই যেন অন্ত্যেষ্টি ক্ৰিয়া সমাপনৰ শান্তিজল। লগে লগে কবিৰ তিনিকুৰি বাৰ বছৰীয়া মানবী লীলাৰ অন্ত পৰিল।

সন্ধিয়াৰ আকাশৰ সৰু তৰাটিৰ
সাদৰৰ শেষ আহ্বান
সেউজীয়া প্ৰকৃতিৰ কোমল কোলাত
খেলা মোৰ হ'ল সমাপন।

# দুৱৰা আৰু বিভিন্ন ব্যক্তি

দুৱৰাই সকলে পৰা সুযোগ পাইছিল দেশী বিদেশী বিভিন্ন ব্যক্তিৰ সান্নিধ্যলৈ অহাৰ। সান্নিধ্যলৈ অহা বিভিন্ন ব্যক্তিয়ে দুৱৰাৰ কাব্য জীৱনৰ প্ৰেৰণাৰ উৎস। দুৱৰাৰ সৰহ ভাগ ৰচনাৰ মূলতে আনৰ তাগিদা, প্ৰকাশৰ মূলতে আনৰ নেৰা নেপেৰা প্ৰচেষ্টা। দুৱৰাৰ কাব্য সৃষ্টি আৰু ৰচিত কাব্য পোহৰলৈ অহাৰ মূলতে বেজবৰুৱা, তৰুণৰাম ফুকন, লক্ষ্মীধৰ শৰ্ম্মা, ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা, শ্ৰীহৰেন কলিতা, সাধন ঘোষ আদি বিভিন্ন ব্যক্তি।

নিচেই সৰু কালতে দুৱৰাক প্ৰেৰণা যোগাইছিল বেণুধৰ ৰাজখোৱা আৰু ফণিধৰ চলিহাই। দুৱৰাৰ সাহিত্যিক জীৱনে গঢ় পোৱাত সহায় কৰিছিল কিশোৰতে পোৱা এই মহান ব্যক্তি দুগৰাকীৰ প্ৰেৰণাই।

কলিকতাৰ কলেজীয়া জীৱনত সান্নিধ্যলৈ আহিল ডক্টৰ আৰ্কুহাৰ্টৰ। এইজন স্কটলেণ্ড দেশীয় চাহাবৰ দুৱৰা আছিল অতি চেনেহৰ ছাত্ৰ। দুৱৰাক স্কটিছ চাৰ্চ্চত চাকৰি দি কলিকতাত থকাৰ ব্যৱস্থা কৰি দিয়াৰ মূলতে ডক্টৰ আৰ্কুহাৰ্ট।

ছাত্ৰাৱস্থাতে ছদ্মনামত দুৱৰাৰ দুই এটি কবিতা প্ৰকাশ হয় পদ্মনাথ গোহাঁঞি বৰুৱা সম্পাদিত ঊষাত। তেতিয়া তেওঁ স্কুলীয়া ছাত্ৰ। গোহাঞি বৰুৱা সম্পাদিত ঊষাত যে ছদ্মনামত কবিতাহে প্ৰকাশ পাইছিল এনে নহয়, তেওঁৰ পৰাই লাজকুৰীয়া কবি দুৱৰাই পাইছিল অশেষ প্ৰেৰণা।

কলিকতাত দুৱৰা আৰু বেজবৰুৱাৰ মিলন অসমীয়া সাহিত্যত মণি-কাঞ্চন সংযোগ। শিৱসাগৰত থকা বেজবৰুৱা আৰু দুৱৰা পৰিয়ালৰ অহাযোৱা ঘনিষ্ঠতাই বেজবৰুৱা আৰু দুৱৰাৰ নিবিড় সম্পৰ্কৰ কাৰণ। বেজবৰুৱাৰ লগত বাঁহীৰ জন্ম লগ্নৰেপৰা জড়িত। বাঁহী আলোচনীৰ জন্মৰ গুৰিতে দুৱৰা প্ৰমুখ্যে কেইজনমান অসমীয়া ছাত্ৰ। পিচত যেনিবা বাঁহীৰ বেজবৰুৱা বহি সম্পাদক আৰু দুৱৰা উঠি সম্পাদক। ডিব্ৰুগড়ত জৰ্জ ইনষ্টিটিউটত কাম কৰা কালচোৱাটো



দুৱৰাক বাঁহীয়ে এৰা দিয়া নাছিল। বাঁহী প্ৰসঙ্গৰ কথা আমি ইতিপূৰ্ব্বে আলোচনা কৰিছো।

দুৱৰাক প্ৰথম অসমীয়া শ্বেলী আখ্যা দিয়ে বেজবৰুৱাই। "১৯ তাৰিখে গধুলি প্ৰায় চাৰে পাঁচ বজাৰ সময়ত যেতিয়া আমি হাওৰা ষ্টেচন পালোহি, তেতিয়া প্লেটফৰ্ম্মত মুঙ্গেৰৰ গাড়ীৰ সৈতে দেখা সাক্ষাত নাই। অলপ দূৰত দেখিলো বগা ৰস অৰ্থাৎ। পাৰ ( mercury ) এটোপা লৰি ফুৰিছে। মোৰ লগত অহা মাজু আৰু সৰু পুতলা দুটিয়ে একেবাৰেই আনন্দেৰে মাত লগালে "সোঁৱা প্ৰফেচাৰ"। তেতিয়া মই চকু দুটা মোহাৰি আকৌ চাই দেখিলো হয় "আমাৰ অসমীয়া শ্বেলী (shelley) কবি প্ৰফেচাৰেই হয়। মোৰ মুখত হাঁহি বিৰিঙিল।" এই অসমীয়া শ্বেলী কবি প্ৰফেচাৰ জন কবি যতীন্দ্ৰনাথ দুৱৰা।

বেজবৰুৱাৰ শ্ৰেষ্ঠ নাটক "জয়মতী কুঁৱৰী" ৰচনাৰ গুৰিতেও কবি যতীন্দ্ৰনাথ দুৱৰা আৰু দেবেশ্বৰ চলিহা। পাতনিত লিখিছে "ইয়াৰ গুৰি বাস্তৱিক পক্ষত লেখকৰ দুজন আদৰৰ বন্ধু শ্ৰীযুত দেবেশ্বৰ চালিহা উকিল আৰু শ্ৰীমান যতীন্দ্ৰনাথ দুৱৰা বি. এ.। শ্ৰীমান দুৱৰাই মোৰ হতুৱাই কাৰ্য্য কৰাবলৈ দিনৌ মোক নেৰা নেপেৰাকৈ ধৰে। তেওঁ মোক নাটৰ ভাৱৰীয়া সকলৰ চৰিত্ৰ গত বিশেষত্বৰ বিষয়েও অনেক সূচাই দিয়ে; আৰু সেই সূচনিত ব্যক্তিগত চৰিত্ৰৰ অভিব্যক্তি বৰ কামত লাগিছে।" বেজবৰুৱাই তেওঁৰ ধেমেলীয়া নাট চিকৰপতি নিকৰপতি-খন অৰ্পণ কৰিছে যতীন্দ্ৰনাথ দুৱৰাৰ নামত। আকৌ দুৱৰাই তেওঁৰ প্ৰথম পুথি 'ওমৰ তীৰ্থ' অৰ্পণ কৰিছে বেজবৰুৱাৰ নামত।

বেজবৰুৱাই শঙ্কৰদেৱ মাধবদেৱ গ্ৰন্থ ৰচনা কৰাৰ পিচত মানুহে যাতে কীৰ্ত্তন নামঘোষাৰ কথা হৃদয়ঙ্গম কৰিব পাৰে তাৰ বাবে অৰ্থসহ শব্দ-ভাব আদিৰে টীকা কৰি লিখিবলৈ দুৱৰাই টানি অনুৰোধ কৰিছিল। ইয়াৰ বাবে পুথি পাজিও গোটাই দিয়ে। কামটো হাতত লৈ বেজবৰুৱা ডাঙৰীয়াই কৈছিল "কামটো মোৰ জীৱনত হৈ উঠিব গৈ জানো! তথাপি আঁচনি এখন টানি যাবৰ ইচ্ছা আছে; মই নহলেও বাণীকান্ত আছে নহয়।"

বেজবৰুৱাৰ 'বৰাগী আৰু বীণ' কবিতা ৰচনাৰ মূলতেও দুৱৰা। এবাৰ চন্দ্ৰকুমাৰ আগৰৱালা কলিকতালৈ গৈ বেজবৰুৱাৰ ঘৰত আলহী থকা অৱস্থাতে আলোচনা প্ৰসঙ্গত আগৰৱালাই দুৱৰাক কলে "হেৰা যদু, তুমি কবিতা কেইটামান লিখাহে।"

কথাষাৰ বেজবৰুৱাৰ কাণত পৰিলত তেওঁ হাঁহি হাঁহি কলে—"ওঁ ভাল তেওঁক

কৈছা কবিতা লেখিবলৈ, তেওঁক কোৱা কান্দনি কলা মেলিবলৈ, চকুৰ পানীৰে নৈ বোৱাই দিব নহয়। আমি বা ক'ত উৰি যাওঁগৈ ”

দুৱাৰায়ো বেজবৰুৱাৰ কথাৰ হাঁহি হাঁহি উত্তৰ দিলে—“আপোনালোকৰ আসামত পেট্ৰিয়টিক কবিতা লিখিবলৈ কি আছে, মাথোন নাই নাই—

আছিল এদিন আৰু নাই ভাবিলে কলিজা ফাটি যায়
সুখৰ সুৰুৰ অসমত বাতি আহি অদৃষ্ট চক্ৰত
নাই সেই মহাভাৰতৰ বাণৰজা, শোণিত পুৰৰ
নৰকাসুৰৰ কামৰূপ বিধবাৰ নিচিনা বিৰূপ
যিদিনাই বদন ফুকন মানপদে ভজিলে শৰণ
সিদিনাৰে পৰাটো অসম সংসাৰত পোকে খোৱা আম
নাই সেই গৌৰৱৰ ভাটি আহোমৰ দিন আজি বাতি
এই বিলাকৰ বাহিৰনো আৰু কি লিখিবলৈ আছে।”

তেওঁ একেবাৰে চকিৰ পৰা জাপ মাৰি উঠি মোক কলে “কি কলা তুমি, অসমত লিখিবলৈ নাই। তোমালোকে নপঢ়িবা নুশুনিবা; মাথোন আনৰ চকুৰে নিজৰ দেশক চাবলৈ শিকিছা। আছে সকলো আছে। তোমালোকে নাজানা আৰু জানিবলৈ মন নকৰা।” আগৰৱালা ডাঙৰীয়াই মাথো চকু টিপিয়াই মোক তেখেতৰ লগত তৰ্ক কৰিবলৈ লগাইছে। কাৰণ আমি জানো যে তেখেতৰ খং তোলাই দিব পাৰিলেই তেখেতৰ পৰা ধুনীয়া প্ৰবন্ধ ওলাব। শেষত মই কলো “বাৰু আপুনিয়ে লিখক চাওচোন কি হয়।”

পিচ দিনাখন আকৌ দুৱৰা বেজবৰুৱাৰ ঘৰলৈ যাওঁতে আগৰৱালাই বাট চ'ৰাতে কলে “হেৰা যদু লেখিলেহে ওলাল।” দুৱৰাই গৈ বেজবৰুৱাৰ খেজৰ ওপৰত দেখিলে বেজবৰুৱাৰ অপূৰ্ব্ব কবিতা “বীণ আৰু বৰাগী”।

এনেদৰে বহুতো সন্ধিক্ষণতে বেজবৰুৱা আৰু দুৱৰাৰ মণি-কাঞ্চন সংযোগ ঘটিছিল। কিন্তু ব্যক্তিগত চৰিত্ৰ দুয়োজনাৰে ভিন্নমুখী। বেজবৰুৱাৰ স্বভাৱ অসমৰ জাতীয় জীৱন আৰু মৰ্য্যদা ৰক্ষাৰ বাবে উগ্ৰ যুঁজাৰু প্ৰকৃতিৰ। আত্মসচেতন কবি দুৱৰাৰ প্ৰকৃতি ‘ৰণংদেহি’ নহয়। অনাদৰ আৰু অবহেলাৰে জীৱনৰ কুসুম-কানন ৰচিব বিচৰা দুৱৰাৰ ‘প্ৰেম আৰু সৌন্দৰ্য্য একে পাহি ফুলৰে বিভাজন ব্যৰ্থ বৰ্ণ আৰু সৌৰভ’। বেশভূষা, চাৰিত্ৰিক বৈশিষ্ট্য, সামাজিক দৃষ্টিত বেজবৰুৱা আৰু দুৱৰাৰ মাজত এখন অলঙ্ঘ্য দেৱাল থাকিলেও দুয়োজন আছিল



অভিন্ন হৃদয়। চিৰকুমাৰ দুৱৰাৰ বেজবৰুৱা শ্ৰদ্ধাভাজন দীক্ষাগুৰু স্বৰূপ আৰু সাহিত্যৰথী বেজবৰুৱাৰ দুৱৰা চেনেহৰ যদু কবি।

চিঠিপত্ৰ লিখাত দুৱৰা বেজবৰুৱাৰ দৰে নিয়মীয়া নাছিল বাবে বেজবৰুৱাই লিখিছিল “তোমাক মই হুৰিলো আৰু তোমাক বলে নোৱাৰিলো। চকুতে দুৱাৰখন জপাই ভালকৈ বহি থাকা। চাবা যেন বাহিৰৰ পোহৰে তোমাক নোচোৱে।”

পিচত সেই কথা সুঁৱৰি দুৱৰাই আক্ষেপ কৰিছিল—“এতিয়া অৱশ্যে সেই কথা মনত পৰিলে বেজাৰ লাগে আৰু ভাবো যে দাঁত থাকোঁতে তাৰ মোল নুবুজিলো। তেওঁৰ ৪।৫ খন চিঠিৰ মূৰত এখন দীঘলীয়া চিঠি লিখিছিলো।

এইখিনিতে প্ৰশ্ন হয় যিজন বেজবৰুৱাৰ লগত দুৱৰাৰ ইমান ঘনিষ্ঠ সম্বন্ধ, সম্বলপুৰ আৰু ডিব্ৰুগড়ৰ সুদূৰ ব্যৱধানেও দুয়োকে বেছি ওচৰ চপাইহে ৰাখিছিল। সেইজনা বেজবৰুৱাৰ বহু কথা জানিও তেওঁ একো নিলিখিলে কিয়? অথচ জ্ঞানদাভিৰাম বৰুৱাই তেওঁক লিখিবলৈ সকিয়াই দিছিল। তাৰ উত্তৰ বৰ বেজাৰেৰে বেজবৰুৱাৰ পত্নী প্ৰজ্ঞাসুন্দৰী দেৱীলৈ লিখিছিল।—“J, Borooah আমাকেও কতগুলো তাৰ সঙ্গে হওয়া কথা স্মৃতিচিহ্নেৰ মতন লিখতে বলেছিলেন। কিন্তু লিখলুম না; কাৰণ আমাদেৰ লোকগুলো যা মনে কৰবে কি জানেন, যে আমি নিজেৰ ঢাক বাজাবাৰ জন্য চেষ্টা কৰছি। আমিও বড় বীতশ্ৰদ্ধ হয়ে পড়েছি—আৰ কিছু লিখব না। “নানা কাৰণে মন খাৰাপ হয়ে গেছে আমাৰ প্ৰতি দেশেৰ লোকেৰ ব্যৱহাৰ।” দুৱৰাৰ এইখিনি দুৰ্ব্বলতাৰ বাবে অসমীয়া সাহিত্যৰ ভালেখিনি ক্ষতি হল।

দুৱৰাই কলিকতাত সান্নিধ্য লাভ কৰা আন এজন মহান ব্যক্তি দেশভক্ত তৰুণৰাম ফুকন। তৰুণৰাম ফুকনে হেনো লগ পালেই বগাপাঞ্জাবিৰ তলৰপৰা লগুণ ডাল উলিয়াই খামোচ মাৰি ধৰি কয় “চাওঁ দিয়া”—মানে ব্ৰাহ্মণক ভিক্ষা দিয়া। সেই ভিক্ষা আন একো নহয়। দুৱৰাৰ স্বৰচিত কবিতা। তৰুণৰাম ফুকনৰ ভয়ত দুৱৰাই মাজে মাজে জেপত কবিতা লৈ ফুৰে। ফুকনে দুৱৰাৰ পৰা তেনেদৰে কবিতা নি বেজবৰুৱাক দিয়ে। বাঁহীত প্ৰকাশ পোৱা বেজবৰুৱাৰ বহুতো কবিতাৰ মূলতে দেশভক্ত ফুকন।

এবাৰ কলিকতাত থকা প্ৰবসুৱা ছাত্ৰসকলে জয়মতী উছৱৰ আয়োজন কৰি সভাপতি হবলৈ ফুকন ডাঙৰীয়াক ধৰিলেগৈ। ফুকন ডাঙৰীয়াই এটা স্বৰ্ত্তত

উপাসক আৰু গীতি ধৰ্ম্মিতা প্ৰধান লক্ষণ। ৰোমাণ্টিক কবিতাৰ লক্ষণেই হৈছে অন্তৰত হেন্দোলনি তোলা তীব্ৰ অনুভূতি জগোৱা। তেতিয়া হলে দুৰ্গবাই আনুগত্য স্বীকাৰ কৰিব লাগিব ৰোমাণ্টিক আন্দোলনৰ ওচৰত; অকল শ্বেলীৰ ওচৰত নহয়। বনগীত, বিহুগীতৰ অনুভূতিৰ তীব্ৰতাই জানো অসমীয়া ৰোমাণ্টিক কবিক প্ৰভাবান্বিত কৰিব নোৱাৰে—

হাঁহ হৈ চৰিম মই তোমাৰে পুখুৰীত
পাৰ হৈ পৰিম মই ডালত
ঘাম হৈ সোমাম গৈ তোমাৰে শৰীৰত
মাখি হৈ চুমা দিম গালত।

এই গীতৰ অনুভূতিৰ তীব্ৰতা কোনো ৰোমাণ্টিক কবিতাৰ অনুভূতিৰ তীব্ৰতাতকৈ কম নহয়। দিখৌৰ পাৰৰ ৰংপুৰীয়া দুৰ্গবাক এনে তবহৰ বনগীত বিহুগীতে প্ৰভাবান্বিত কৰাটো স্বাভাৱিক। সেয়েহে তেওঁৰ কবিতাত পোৱা যায় বনগীতৰ নিচিগা সুৰৰ মৃদু মূৰ্চ্ছনা।

দুৰ্গবাৰ 'তোমালৈ' 'সুখৰ সপোন' আৰু 'সপোনৰ সুৰত' শ্বেলীৰ প্ৰভাৱ স্পষ্ট। দুৰ্গবাৰ তোমালৈ কবিতাত শ্বেলীৰ 'ডি ইণ্ডিয়ান চেৰিনেড' কবিতাৰ ছাঁ পৰিছে—

প্ৰাণ মোৰ পৰিছে ভাগৰি
আথে বেথে লোৱা তুলি মোক
শেষ হক তোমাৰ কোলাতে
জীৱনৰ যত দুখ শোক।

Oh! lift me from the grass
I die, I faint, I fail.
*The Indian Serenade*

দুৰ্গবাৰ সপোনৰ সুৰত শ্বেলীৰ Mutabilityৰ কথনভঙ্গী আৰু ৰচনা শৈলীৰ ছাঁ পৰিছে। Mutabilityৰ পৰিবেশ গহীন, আনহাতে সপোনৰ সুৰ গতিচঞ্চল কবিতা। শ্বেলীৰ Mutabilityৰ দুৰ্গবাই নামকৰণ কৰিছে 'সপোনৰ সুৰ'। Mutability বুলিলে যি এটি গহীন পৰিবেশ আৰু গভীৰ ভাবৰ কথা মনলৈ আহে, সপোনৰ সুৰত সেই পৰিবেশ সম্পূৰ্ণ বিপৰীত। দুৰ্গবাৰ সুখৰ সপোনত শ্বেলীৰ Spirit of delightৰ ছাঁ পৰিছে। সুখৰ সপোনৰ আগছোৱাতকৈ পিচৰ স্তৱক সমূহত শ্বেলীৰ লগত সাদৃশ্য পৰিলক্ষিত হয়। শূন্য পৰিচয়ৰ কোনো কোনো শাৰীৰ লগত Ode to the West Windৰ মিল আছে।



প্লেটোৰ আদৰ্শ ৰাজ্য আৰু কল্পনা প্ৰৱণতাৰ প্ৰভাৱ শ্বেলীৰ ওপৰত দেখা যায়, দুৰ্গবা প্লেটোৰ আদৰ্শৰাজ্যৰ সম্পূৰ্ণ বিপৰীত। কল্পনা প্ৰৱণতাৰ জ্যোতিষ্মান পাখি পৰিচালনা কৰি শ্বেলীয়ে বিচাৰিলে সংসাৰখন সংসাৰ কৰিয়ে নাৰাখি সৰগ কৰিবলৈ। শ্বেলীয়ে সত্য, প্ৰেম আৰু অহিংসাৰ ভেটিত নতুন সংসাৰ এখন সৃষ্টি কৰাৰ কল্পনা কৰিলে। "আদৰ্শবাদৰ স্বপ্ন জীৱন পথত ফুটি উঠক, আশা আৰু আনন্দ প্ৰখৰ ভাস্কৰ্য্যৰ দৰে দীপ্তিমান হওক" এয়ে শ্বেলীৰ কামনা। কিন্তু দুৰ্গবা কবিৰ প্ৰকৃত পৰিচয় শূন্য পৰিচয়হে। কবিৰ কল্পিত সৰগত—

মোৰ গান ময়ে গাওঁ
শুনি শুনি ময়ে তল যাও
গানৰ শেষত
শুনোতা গাওঁতা দুয়ো
একে হৈ পৰকে নাপাওঁ।

শ্বেলীৰ কবিতাত পোৱা যায় বিদ্ৰোহমূলক জীৱন দৰ্শনৰ আভাস। 'প্ৰমেথিউচ' তাৰেই প্ৰতীক। কিন্তু দুৰ্গবাই জগতৰ অনাদৰ অৱহেলাকে বুকুত সাবটি বিচাৰিছে লোকচক্ষুৰ অন্তৰালত আত্মগোপন কৰাৰ কথা।

দুৰ্গবাৰ ওপৰত শ্বেলীতকৈ টেনিচন আৰু কীটছৰ প্ৰভাৱ কম নহয়। টেনিচনৰ কবিতাত এহাতে ভাৱাবেগ, উৎসাহ, আনহাতে স্বপ্নময় আবেশ, অৱসাদ আৰু অতীত পৰ্য্যালোচনা আদি ভাব পৰিলক্ষিত হয়। দুৰ্গবাৰ কবিতাত টেনিচনৰ কবিতাৰ পিচৰ লক্ষণসমূহ অৰ্থাৎ ভাৱাবেগ, স্বপ্নময় আবেশ অৱসাদ আদি পৰিস্ফুট। কিন্তু ছন্দ আৰু ধ্বনি প্ৰবাহৰ নৈপুণ্য টেনিচনৰ দৰে দুৰ্গবাৰ কবিতাৰো প্ৰধান উপজীব্য।

নাৱৰীয়াও (গ) টেনিচৰ Crossing the Bar কবিতাৰ প্ৰভাৱ সুস্পষ্ট। দুৰ্গবাৰ ভগবানৰ প্ৰতীক নাৱৰীয়া আৰু টেনিচনৰ প্ৰতীক My Pilot; মিষ্টিক প্ৰেম দুয়োটা কবিতাৰ প্ৰাণকেন্দ্ৰ। দুৰ্গবাৰ কবিতাত স্বপ্নময় আবেশ থাকিলেও, অতীত পৰ্য্যালোচনা কিছু কম। দুৰ্গবাৰ 'চকুলো' কবিতাত টেনিচনৰ Tears Idle Tears কবিতাৰ ছাঁ পৰিছে। টেনিচনৰ দৰে দুৰ্গবাৰ চকুলোত ভাঁহি উঠিছে জীৱন মৰণৰ অবিচ্ছেদ্য যাত্ৰা পথৰ বিননি।

ৰোমাণ্টিক যুগৰ আনজন প্ৰথিতযশা কবি কীটছৰ প্ৰভাৱো দুৰ্গবাৰ ওপৰত নপৰা নহয়। কীটছৰ দৰে দুৰ্গবাও যি কোনো ৰাজনৈতিক নাইবা সামাজিক সমস্যাৰ প্ৰতি উদাসীন। কীটছৰ মতে A thing of beauty is a joy

for ever. কীটছৰ কবিতাৰ শ্ৰুতিমধুৰ শব্দ সম্ভাৰ, সহজ সৰল প্ৰকাশভঙ্গী, চিন্তাৰ প্ৰগাঢ়তা, জীৱনৰ সমালোচনা, ইন্দ্ৰিয়বোধৰ দীপ্ততা আদি গুণেৰে সুপ্ৰতিষ্ঠিত। দুৱৰাৰ কবিতাৰো শ্ৰুতিমধুৰ শব্দসম্ভাৰ, সহজ সৰল প্ৰকাশভঙ্গী, জীৱনৰ সমালোচনা, ইন্দ্ৰিয়বোধৰ দীপ্ততা আদি প্ৰাণকেন্দ্ৰ। কীটছৰ La Belle Dame Sons Merchiৰ ছাঁ দুৱৰাৰ "হেৰোৱা সপোনত" ৰিণিকি ৰিণিকি শুনা যায়।

দুৱৰাৰ নাৱৰীয়াৰ ( ক ) কোনো কোনো শাৰীৰ লগত ৰডচন্নৰ্থৰ 'ছাইমন লী' কবিতাৰ সাদৃশ্য দেখা যায়। তেনেদৰে ৰবাৰ্ট ব্ৰাউনিঙৰ The Last Ride Togetherৰ লগত দুৱৰাৰ বিদায় বেলাৰ মুহূৰ্ত্তৰ সাদৃশ্য পৰিলক্ষিত হয়। তেনেদৰে জাৰ্ম্মান কবি হাইনে, ইংৰাজ কবি গ্ৰে আদিৰ কবিতাৰ লগত দুৱৰাৰ কোনো কোনো স্তৱকৰ সাদৃশ্য মন কৰিবলগীয়া।

ৰবীন্দ্ৰোত্তৰ যুগত ভাৰতীয় কবিৰ ওপৰত ৰবীন্দ্ৰনাথৰ প্ৰভাৱ অস্বীকাৰ কৰিব নোৱাৰি। দুৱৰাৰ 'এইবাটে নাহিবা ছুনাই' কবিতাৰ লগত ৰবীন্দ্ৰনাথৰ পৰশ-পাথৰ কবিতাৰ সাদৃশ্য দেখা যায়। 'এইবাটে নাহিবা ছুনাই' কবিতা বাটকুৱা কথা কবিতাৰ লগত মিল আছে।

দুৱৰাৰ ভাব-ভাষা আৰু ৰচনাশৈলীত ( টেকনিক্ ) প্ৰাচ্য-পাশ্চাত্য জগতৰ বহুতো কবিৰ প্ৰভাৱ অস্বীকাৰ কৰিব নোৱাৰি। কিন্তু কবি হিচাপে দুৱৰাই আপোন সত্তা কোনোজন কবিৰ পদচ্ছায়াতে বিলীন কৰি দিয়া নাই। ডক্টৰ কাকতিৰ 'বুকুৰ তেজৰ উমনিৰে সজীৱ' কৰি লোৱা উক্তিৰ সাৰ্থকতা এইখিনিতে। নৱন্যাস ভাবধাৰাৰে পৰিপুষ্ট দুৱৰাৰ কবিতাত আন কবিৰ কবিতাৰ প্ৰতিধ্বনি শুনা একো আচৰিত কথা নহয়।

## দুৱৰাৰ কবিতাত প্ৰকৃতি

একেষাৰতে কবলৈ হলে দুৱৰাৰ কবিতা ছবিপ্ৰধান নহয়, সঙ্গীতপ্ৰধান। ৰঘুনাথ চৌধাৰীৰ কবিতাত প্ৰকাশ পোৱা প্ৰকৃতিৰ অনুপম বৰ্ণনাৰ সলনি দুৱৰাৰ কবিতাত শুনা যায় অন্তৰত হেন্দোলনী তোলা সঙ্গীতৰ মৃদু গুঞ্জৰণ। ৰঘুনাথ চৌধাৰীৰ দহিকতৰা, কেতেকী নাইবা সাদৰী কাব্যগ্ৰন্থ পঢ়িলে আমাৰ চকুৰ পতাত ভাহি উঠে প্ৰকৃতিৰ নিখুত চিত্ৰ, বনসথী বিহঙ্গমৰ কণ্ঠধ্বনি আৰু দুৱৰাৰ আপোন সুৰ, বনফুল পঢ়িলে আমাৰ কৰ্ণগোচৰত অনুৰণিত হয় নোপোৱাৰ হা-হুতাশ,



হেৰোৱা সৌন্দৰ্য্যৰ প্ৰতি বেদনা আৰু ব্যৰ্থ প্ৰেমৰ বিননি। দুৱৰাৰ প্ৰথম কাব্য সংকলনৰ প্ৰথমটো কবিতাতে শুনাইছে 'আপোন সুৰ'—

'অকলে আপোন মনে বহি নিৰলাত
ৰচো মই নিজানৰ গান।'

অকলে আপোন মনে নিজানৰ গান ৰচা কবি দুৱৰাই কবিতাত প্ৰকৃতিক মুখ্য স্থান দিয়া নাই যদিও নিৰ্ব্বাসনো দিয়া নাই। সেউজীয়া ধৰণীৰ কোমল কোলাত শৰত আৰু বসন্ত উভয়ে কবিৰ কাপত সমাশ্ৰিত।

শৰতে গোটাই আনে শুকুলা ডাৱৰ
বসন্তই কুঁহি ফুল পাত ( আপোন সুৰ )।

আৰৌ হিয়াৰ উপমা দিবলৈ ইমানবোৰ সম্ভাৰ থকা সত্বেও কবিয়ে গ্ৰহণ কৰিছে প্ৰকৃতিজাত 'জেতুকা পাত।' কবিয়ে সপোনৰ প্ৰথম পুৱাতে সাৰ পাই দেখিছিল প্ৰকৃতিৰ অপৰূপ দৃশ্য। আকাশত তেতিয়াও তৰাৰ পোহৰ মাৰ যোৱা নাই—

লয় পায় মলয়াৰ মেলা
লাহে লাহে তটিনী বুকুত
উৰি যায় গোলাপৰ গোন্ধ
ছবি যেন সপোন মাজত ( তোমালৈ )।

আকাশৰ মেঘৰ আঁৰত উমলি ফুৰা পূৰ্ণিমাৰ জোনটিৰ চিত্ৰ, সৰগৰপৰা সৰি পৰা আকাশী নিয়ৰ, দুপৰীয়া আপোন মনে গছৰ তলত বাঁহীটি বাই মন প্ৰাণ হৰা চিত্ৰই দুৱৰাৰ প্ৰকৃতি-প্ৰীতিৰ পৰিচয় দিয়ে। পৃথিৱীৰ বুকুত ধাৰাসাৰে বৰষুণ দিয়া বাৰিষাৰ আকাশৰ মেঘৰ গাজনিও কবিৰ অতি প্ৰিয়—

ভাল পাওঁ বাৰিষাৰ মেঘৰ গাজনি
ধাৰাসাৰে বৰষুণ পৰা।

নৱ বসন্তৰ মধুৰ সমীৰ আৰু জোনাকৰ জেউটিৰে প্লাবিত কৰা মুহূৰ্ত্তত আকাশে বতাহে অনুভৱ কৰিছিল এটি নতুন পৰশ, সেই মুহূৰ্ত্তত বীণখনি হাতত লৈ 'বলিয়া কবিয়ে গাইছিল জীৱনৰ গান।'

বিয়পিলে দশোদিশে মিলন বাতৰি
বলে ধীৰে মধুৰ মলয়
সেইদিনা যৌৱনৰ সাগৰ তীৰত
প্ৰণয়ৰ অৰুণ উদয়।

কবিৰ কবিতাত পশ্চিম আকাশত বেলি মাৰযোৱা আৰু সন্ধিয়াৰ অন্ধকাৰে পৃথিৱী আবৰা দৃশ্য মনোৰম।

পশ্চিমত আবেলিৰ বেলি
লাহে লাহে সন্ধিয়াই ঢাকিব ধৰণী
অকণি পোহৰ তাৰ হেঙুলী বৰণ
নৈয়ে যেন লব আকোৱালী।

আকৌ,

দূৰ দূৰণিৰ আন্ধাৰ কোলাত
সন্ধিয়াই মেলে চুলি।

শিলনিৰ ওপৰেদি নাচি বাগি বৈ যোৱা পৰ্বতীয়া জুৰিটি, কাষৰ গড়াৰ গছ লতা কহুৱা ফুলেৰে আবৰা দৃশ্যপট আৰু পাৰৰ গছত বগোৱা জৰি গছেই তুৰৱাৰ কবিতাত নতুন ৰূপত ঠন ধৰি উঠিছে। 'শিলটিবো সপোন ভাগিল' কবিতাত পৰি থকা শিলচতা, বুকুত সাচ থৈ যোৱা লতাডালি আৰু ধৰণীত বসন্তৰ মলয় পৰশ পাই আকাশ ধিয়াই থকা পাৰৰ গছ জুপিক লতাডালিয়ে আকোৱালি লোৱা দৃশ্যৰ অন্তৰালত প্ৰকাশ পাইছে কবিৰ ব্যক্তিগত জীৱনৰ কৰুণ সুৰ।

লগৰী বিচাৰি নিজান বনলৈ এটি উৰি যোৱা ৰাজহাঁহৰ সেউজীয়া ঘাঁহনিৰে সজা কোমল বাঁহটিৰ প্ৰতিও যেন কবিৰ আছে এক অহৈতুকী প্ৰীতি। তেতিয়া যেন কবিৰ নিজৰ অঘৰী, অকলশৰীয়া জীৱনৰ বেদনাবোধ আৰু তীব্ৰ হৈ পৰিছে।

তুৰৱাৰ কবিতাত ঠায়ে ঠায়ে প্ৰকৃতিক প্ৰতীকি অৰ্থত ব্যৱহাৰ কৰিছে; ঠায়ে ঠায়ে অনুপম কল্পচিত্ৰ ৰচনা কৰিছে আৰু সময়ে সময়ে প্ৰকৃতিৰ নিজান পৰিবেশ, বসন্ত বতাহ, মলয়াৰ পৰশ, শেৱালিৰ মৃদু সুবাস, দ্বিতীয়াৰ জোন, সোঁতৰ বুকুত উটি যোৱা নাওখনিৰ চিত্ৰ কবিৰ কাপত ধৰা দিছে। প্ৰকৃতিৰ অনুপম দৃশ্য সম্ভাৰে কবিৰ অনুভূতি তীব্ৰ কৰাত সহায় কৰিছে। ওমৰতীৰ্থ ৰচনা কৰাৰ সময়তো কবিৰ চকুত ভাহি উঠিছে প্ৰকৃতিৰ সৌন্দৰ্য্যমণ্ডিত অসমৰ কুমাৰ গাওঁ এখনিৰ চিত্ৰ।

## জাতীয় ভাব

তুৰৱাক একেবাৰতে অকল এজন প্ৰেমৰ কবি বা দৰদী কবি বুলি কৈ থলে কবিৰ প্ৰতিভাৰ প্ৰকৃত মূল্যাঙ্কন কৰা নহব। তুৰৱাৰ সৰহ ভাগ কবিতাতে আপোন সুৰ বাজি উঠিছে। সেই বিষয়ে সন্দেহ নাই। কিন্তু তেওঁৰ আন এচাম



কবিতাত শুনা গৈছে ব্যক্তিপূজাৰ শঙ্খধ্বনি, স্বদেশ স্বজাতিৰ পূজাৰ মন্ত্ৰ ধ্বনি। শ্ৰীশঙ্কৰদেৱ, মহাসতী জয়মতী, অসমত আজি লক্ষ্মীনাথ নাই, মহামানৱৰ মহাপ্ৰয়াণত ব্যক্তিপূজাৰ স্বীকাৰোক্তি। এই আটাই কেইটা কবিতাই বিশেষ উপলক্ষ্যত ৰচনা কৰা।

অসমৰ সাহিত্য সংস্কৃতিৰ মুকুটমণি, জাতীয় জীৱনত নৱজীৱন সঞ্চাৰ কৰা মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ গুণগৰিমা গাই কবিয়ে আপোন পাহৰা হৈ পৰিছে। কবিৰ ক্ষুদ্ৰ লিখনিয়ে যেন মহাপুৰুষৰ মহা প্ৰতিভাৰ কথা প্ৰকাশ কৰিবলৈ অসম—

'তোমাৰ জীৱনী দেৱ লিখে এনে সাধ্য কাৰ
গোটেই অসম ভূমি বিস্তৃত জীৱনী যাৰ।'

'শ্ৰীশঙ্কৰদেৱ' কবিতাটিৰ অন্তৰালত দেখা গৈছে ব্যক্তিপূজাৰ লগতে নববৈষ্ণৱ আন্দোলন তথা ধৰ্ম্ম আন্দোলনৰ প্ৰতি কবিৰ গভীৰ অনুৰাগ।

কলিকতাত অনুষ্ঠিত জয়মতী উছৱত তৰুণৰাম ফুকনৰ নিৰ্দ্দেশক্ৰমে ৰচনা কৰা কবিতা সতী জয়মতী। স্বামী তথা দেশৰ মঙ্গলৰ বাবে হাঁহি হাঁহি মৃত্যু-বৰণ কৰা সতী জয়মতীৰ জীৱনৰ কৰুণ কাহিনী কবিতাটিৰ প্ৰধান উপজীব্য। শত লাঞ্চনা, শত যাতনা মূৰপাতি লৈ জয়মতীয়ে ৰাখি গল সতীত্বৰ মহান আদৰ্শ। সেই আদৰ্শই আন্ধাৰ নিশাৰ তৰাটিৰ দৰে যেন বাট দেখুৱাই দিয়ে—

যি দেশত জনমিল সতী জয়মতী
সেই দেশ জগত মাজত
নোৱাৰে পৰিব পিছ।

তুৰৱাৰ সাহিত্য তথা ব্যক্তিগত জীৱনৰ গুৰু স্বৰূপ সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ মৃত্যু কবিয়ে সহজভাবে লব পৰা নাছিল। অন্তৰ উজাৰি অহা মনৰ বেদনা প্ৰকাশ কৰিছে 'অসমত আৰু লক্ষ্মীনাথ নাই' কবিতাত।

কান্দা অসমীয়া ইনাই বিনাই
কান্দা অসমীয়া হিয়া ভুকুৱাই
বিষাদ বাতৰি বতাহে বিলায়
অসমত আৰু লক্ষ্মীনাথ নাই।

১৯৪৮ খৃঃৰ ৩০ জানুৱাৰীত মহামানৱ মহাত্মা গান্ধী আততায়ীৰ হাতত নিহত হয়। পিচদিনা অৰ্থাৎ ৩১ জানুৱাৰী তাৰিখে তুৰৱাই ৰচনা কৰিলে মহামানৱৰ মহা প্ৰয়াণত কবিতা। কবিতাটো প্ৰথমতে শ্ৰীৰাজেন্দ্ৰনাথ হাজৰিকা সম্পাদিত 'নটৰাজ'ত প্ৰকাশ হয়। পিচত প্ৰকাশ হয় 'বৰদৈচিলা'ত।

কবিৰ মতে মহামানৱ মহাত্মা গান্ধী সৰগৰ পৰা নামি অহা এটি জ্যোতিকণা, নতুন আলোক। অহিংসা মন্ত্ৰেৰে মহামানৱে বিচাৰিলে সকলোকে একেটি জাতিত পৰিণত কৰিবলৈ। অহিংসা মন্ত্ৰৰ যজ্ঞৰ বেদীত মহামানৱে নিজকে শেষ আহুতি দিব লগা হল।

আজি ভাৰতৰ মহা সাধকৰ হঠাতে সিপাৰে অস্তমান
ইপাৰে জগতে চায় চকুলোৰে মহামানৱৰ মহাপ্ৰয়াণ।

বেজবৰুৱাৰ সভাপতিত্বত গুৱাহাটীত অনুষ্ঠিত অসম সাহিত্য সভাৰ সপ্তম অধিবেশনৰ মুকলি সভাত পঠিত কবিৰ স্বদেশ মন্ত্ৰধ্বনি উচ্চাৰিত আন এটি কবিতা 'আৰতি'। পুণ্য ভাৰতীৰ খোপাৰ মালতী দুখনি জননী অসম মাতৃৰ বীৰ বীৰাঙ্গনাসকলৰ গৌৰৱোজ্জ্বল কাহিনী ভগদত্তৰ, ভাস্কৰবৰ্ম্মাৰ পৰা শঙ্কৰ-মাধৱ, সতী জয়মতীৰ দিনলৈকে সুঁৱৰি চাইছে। কবিৰ মতে অতীতৰ পূজাৰীসকলে জননী পূজাৰ বেদীত দি যোৱা পুষ্পাঞ্জলী আজিৰচাম লোকৰ প্ৰেৰণাৰ উৎস।

পৰি জীৱনত আন্ধাৰ বাটত
ঢালক আশীষ কৰুণা
নমো শতবাৰ হে মোৰ জননী
চিৰ জীৱনৰ সাধনা।

'এখন গাঁৱৰ মৰিশালিৰ ওচৰত' কবিতাত কবিয়ে সুঁৱৰি চাইছে মনোমোহা গাওঁখনিৰ স্মৃতি। গাওঁখনিৰ শিমলুজোপাৰ তলতে কতজন ভাই বন্ধু চিৰকালৰ বাবে আঁতৰি গৈ নিশবদে পৰি আছে। আৰু এই সৰলতা সনা গাঁৱলীয়া সমাজত কতকাল কতজনে জাৰকালি জুহালৰ কাষত নাতিপুতিবোৰক সাধু শুনাই কাল কটাইছিল।

মাঘৰ ভোগালি বিহু কতনো ৰঙেৰে
পাতিছিল খেতিৰ শেষত
ফুৰিছিল হাঁহি মাতি ঘৰে ঘৰে সবে
ৰঙালি বিহুৰ উলাহত।

সাহে পিতে সুৱল সুনাম বাহুৰ ডেকা লৰাৰ চিত্ৰই কবিৰ মনলৈ আনিছে বীৰ গদাধৰৰ বীৰত্ব আৰু শ্ৰীমন্ত শঙ্কৰৰ মহাপ্ৰতিভাৰ কথা। কবিতাটি এহাতে এখনি নিভাজ গাঁৱলীয়া চিত্ৰ, আনহাতে ব্যক্তিপূজা আৰু মধুৰ সোঁৱৰণী।

'সঙ্গীত' কবিতাটো কবিয়ে সুঁৱৰি চাইছে জগতৰ আদি কবি বাল্মীকিৰ কাব্য-সৃষ্টিৰ প্ৰেৰণাৰ উৎস। এহাল কৰ্চন চৰাইৰ এটি ব্যাধে শৰেৰে হত্যা কৰাত



আনটিৰ প্ৰাণত যি বিৰহ বেদনাৰ সৃষ্টি হৈছিল সেই দুখই মহাকবিৰ আদি শ্লোকৰ উৎপত্তি—

ঋষি কি থাকিব পাৰে আপোন পাহৰি
দেখি এনে চকুৰ আগত
আচম্বিতে অন্তৰৰ ভাবৰ লহৰী
শ্লোক ছন্দে ওলাল মুখত।

দুৱৰাৰ কবিতা সৰ্ব্বজন সমাদৃত হোৱাৰ অন্যতম কাৰণ ভাষা আৰু ছন্দ। ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱাৰ কথাত "তেওঁৰ কবিতাত ভাষাৰ জটিলতা শব্দৰ দুৰ্ব্বোধ্যতা আৰু অৰ্থৰ অস্পষ্টতা নাই। তেওঁৰ কাব্যৰ ভাষা শিশুৰ দৰে সৰল। স্বভাৱ সুন্দৰী নাৰীৰ দৰে নিৰলঙ্কাৰ।" কিন্তু দুৱৰাৰ কবিতা স্বভাৱ সুন্দৰী নাৰীৰ দৰে নিৰলঙ্কাৰ হলেও প্ৰতীক ধৰ্ম্মি। বোধহয় অসমীয়া কাব্য সাহিত্যত দুৱৰাৰ কবিতাতে প্ৰতীকি অৰ্থ বেছি। কথা কবিতাৰ কবি হিচাপেও দুৱৰাৰ কবিতাত প্ৰতীক সৰহ।

দুৱৰাৰ কবিতাত নিয়তী শব্দৰ প্ৰয়োগো কম নহয়। কেতিয়াবা কবিয়ে জীৱন তৰি এৰি দিছে নিয়তীৰ হাতত, "নিয়তীয়ে হাত ধৰি নিব আগুৱাই"। আন আন উপলক্ষ্যটো নিয়তীৰ প্ৰয়োগ কম নহয়।

দুৱৰাৰ কবিতাত পুৰণি ছন্দৰ পৰ্ব্ব চৰণ আদি সজাই পৰাই নতুন ৰূপ দিয়া দেখা যায়। তেওঁৰ কবিতা খাস্বাঘাট প্ৰধান নহয়। বনগীত বিহুগীতৰ নিছিগা সুৰ তেওঁৰ কবিতাৰ প্ৰধান উপজীব্য। অৱশ্যে বনগীত বিহুগীতৰ সুৰেই দুৱৰাৰ কাপত বেলেগ ৰূপত অনুৰণিত হৈছে। তেওঁৰ কবিতা সৰ্ব্বজন সমাদৃত হোৱাৰ ইয়ো এটি কাৰণ।

যতীন্দ্ৰনাথ দুৱৰা প্ৰকৃত কবি। তেওঁক কাব্যযোগী আখ্যা দিলে ভুল নহব। কিন্তু কবি সাহিত্যিক ৰূপে সুপৰিচিত হৈ যশস্যাৰ জয়মালা লাভ কৰাৰ প্ৰচেষ্টা তেওঁৰ নাছিল। তেতিয়া হলে কবিতাৰ উপচাৰেৰে ভাষা সাহিত্য জাতিক্কাৰ কৰি যাব পাৰিলেহেঁতেন। দুৱৰা কবিৰ জীৱনৰ প্ৰতি সংসাৰৰ প্ৰতি যি উদাসীনতা যি মানসিক সংঘাট। কবি হিচাপে দুৱৰা অভিমানী আৰু লাজ-কুৰীয়া স্বভাৱৰ। কবিয়ে যদিও তেওঁক পাহৰি যাবলৈ শেষ অনুৰোধ কৰিছে—'অতীতক যোৱাহে পাহৰি' কিন্তু নোৱাৰি কবিৰ নিজৰ পথ নিজে বন্ধ কৰি গৈছে। তেওঁৰ ৰচনাৰাজিৰ বাবে কোনোকালেই পাহৰিব নোৱাৰি।

# গদ্য ৰচনা

কাব্যযোগী ডুবৰাৰ গদ্য ৰচনা সৰহ নহয়। কিন্তু তেওঁৰ গদ্য ৰচনাৰ বৈশিষ্ট স্বকীয়া। কবিতাৰ দৰে ডুবৰাৰ গদ্য ৰচনা সাবলিল আৰু প্ৰকাশভঙ্গী সহজ সৰল।

১৯২২ খৃঃৰ বাঁহীত প্ৰকাশ হোৱা 'ওমৰ খায়াম' ডুবৰাৰ উল্লেখযোগ্য ৰচনা। প্ৰবন্ধটিত ডুবৰাই ওমৰৰ জীৱনৰ চমু পৰিচয় দিবলৈ যত্ন কৰিছে। লগতে ওমৰৰ কবিতাৰ বিষয়ে এটি মূল পৰিচয় দাঙি ধৰিছে। ওমৰৰ জীৱন দৰ্শনৰ আভাস দি লিখিছে—"যেতিয়া সংসাৰৰ অন্যায় আৰু কল্পিত বান্ধোনে আমাক উৎপীড়ন কৰে, যেতিয়া বিবেকে আৰু সংস্কাৰৰ সংঘৰ্ষণে হৃদয়ত তোলপাৰ লগাই দিয়ে, যেতিয়া পাপ পুণ্যৰ তিৰস্কাৰ আৰু পুৰস্কাৰৰ ভেদ ধৰিব নোৱাৰি প্ৰাণ বিব্ৰত হৈ উঠে, যেতিয়া জীৱন মৰণৰ সমস্যাই অন্তৰ কঁপাই তোলে, তেতিয়া আমাৰ ওমৰৰ দৰ্শনৰ ছাঁত জুৰাবলৈ আগবাঢ়ি আহিবৰ মন যায়।" প্ৰবন্ধটিত ডুবৰাই ওমৰৰ ধৰ্মমতবো চমু আভাস দিব বিচাৰিছে।

ওমৰতীৰ্থৰ নিবেদনটো ডুবৰাই ওমৰ খায়াম আৰু ওমৰতীৰ্থ সম্বন্ধে চমু আভাস দাঙি ধৰিছে। কবিয়ে ওমৰক মানুহে কিয় ভাল পায়, ওমৰ প্ৰকৃত কবি হয় নে নহয় সেই কথাৰ বিচাৰ কৰি কবি পৰিচয় দিছে এনেদৰে—"কবিয়ে নিজৰ প্ৰাণৰ বীণত এনে এটি সুৰ বজায় যি সুৰ গোটেই মানৱ জাতিৰ হৃদয়তে প্ৰতিধ্বনিত হয়। প্ৰতি মানৱৰ হিয়া যি সুৰৰ কাৰণে ব্যাকুল, যি সুৰ মানৱৰ ক্ষুদ্ৰ দুখ সুখৰ বাহিৰত—অথচ যাৰ বিকাশ সেই সুখ-দুখৰ ভিতৰেদিয়ে হয়—সেই বিশ্বজনীন সুৰ যাৰ প্ৰাণত বাজে সেয়ে কবি।"

কবি সকলোৰে প্ৰিয়, কবিক মানুহে ভাল পায় কিয় সেই কাৰণ নিৰ্ণয় কৰি ডুবৰাই লিখিছে—"কবিক মানুহে ভাল পায়, আপোন বুলি ভাবে, কাৰণ কবিয়ে মানুহৰ প্ৰাণৰ কথা কয়; হৃদয়ৰ গভীৰতম স্থানৰ বাতৰি মানুহক দিয়ে। কবি



মানৱ জাতিৰ সম্পত্তি আৰু গৌৰৱ আৰু সেই কাৰণে কবিৰ স্থান মানৱ সমাজৰ শিৰত।"

ওমৰকো মানুহে ভাল পায়। ওমৰক ভাল পোৱাৰ কাৰণ ওমৰ প্ৰকৃত কবি। নিবেদনত কবিয়ে ওমৰৰ চমু পৰিচয় দাঙি ধৰিছে। ওমৰে কাব্যৰ মাজেৰে কি কৰ বিচাৰিছে তেওঁৰ জীৱন দৰ্শনৰ আভাসো কবিয়ে দাঙি ধৰিব পাহৰা নাই. মানুহে ভৱিষ্যতৰ বিষয়ে কেনেদৰে সন্দিহান, মানৱ জীৱনৰ ঘাই প্ৰশ্ন কি সেই কথাও ডুবৰাদেৱে দাঙি ধৰিছে—"অনন্ত প্ৰয়াসী মানৱ আত্মাৰ চিৰন্তন প্ৰশ্ন—ক'ৰ পৰা আহিছো? কলৈ যাম? ওমৰৰ ভিতৰেদি পূৰ্ণৰূপে প্ৰকাশ পাইছে।" দুয়োটো আলোচনাতে আছে ওমৰ আৰু কাব্যদৰ্শনৰ চমু পৰিচয়।

ওমৰৰ দৰে হাফেজ আৰু চুফীবাদ সম্বন্ধে ৰচনা কৰা প্ৰবন্ধ 'কবি হাফেজ'। প্ৰবন্ধটো পোনতে ৭ম বছৰ জয়ন্তীত প্ৰকাশ হৈছিল। প্ৰবন্ধটোৰ আৰম্ভণীতেই কবি পৰিচয় দাঙি ধৰিছে—"কবি জাতিৰ মঙ্গল শঙ্খ। জাতিৰ মাজত তেওঁলোকে এনে এটি সত্যৰ বাণী প্ৰচাৰ কৰি যায়। যাৰ অনুপ্ৰেৰণাত জাতীয় জীৱনৰ ভাবধাৰা এটি নিৰ্দিষ্ট ধাৰায়েদি ঢাল লয়।" প্ৰবন্ধটোত হাফেজৰ কাব্যগ্ৰন্থ আৰু জীৱন দৰ্শনৰ বিষয়েহে বেছিকৈ গুৰুত্ব দিছে।

কলিকতা এ. এছ. এল. ক্লাবৰ দ্বাৰা প্ৰকাশিত 'সাহিত্য আৰু আলোচনা' (১৯৪০ খৃঃ) এখনি উল্লেখযোগ্য আলোচনা গ্ৰন্থ। উক্ত গ্ৰন্থৰ সম্পাদনা সমিতিৰ ডুবৰা সভাপতি। তেতিয়ালৈকে অসমীয়া সাহিত্যত সমালোচনা গ্ৰন্থৰ অভাৱৰ কথা লক্ষ্য কৰি সাহিত্য আৰু সমালোচনা গ্ৰন্থৰ সূচনা। ডুবৰাই সমালোচনা আৰু সাহিত্যৰ সম্বন্ধক নৈ আৰু গৰাৰ লগত তুলনা কৰিছে। "নৈয়ে যিপিনে বৈ যায় সেইপিনে দুয়ো পাৰে গৰাৰ সৃষ্টি কৰে আৰু পিচত গৰাৰ মাজেৰেই নৈ প্ৰবাহিত হয়।" সেই গৰাৰ সীমাৰ মাজেদি পানীৰ ধাৰা সদাসৰ্ব্বদা বৱলৈ ধৰে। সেইদৰে কোনো এটি প্ৰচলিত সাহিত্যৰ ৰূপ আলোচনাৰ নীতিবিলাক গঠন কৰা হয়; পিচত আকৌ সেই নীতিবিলাকক অনুসৰণ কৰি সাহিত্যই গঢ়ি লয়।

উক্ত গ্ৰন্থত ডুবৰাই লিখা মূল্যবান প্ৰবন্ধ 'উপন্যাস'। উপন্যাস সম্বন্ধে এখনি স্বকীয়া গ্ৰন্থ লিখাৰ কথা ডুবৰাই আমাক কথা প্ৰসঙ্গত কৈছিল। আৰু পুথিখনৰ পাণ্ডুলিপিখন আমাক পঢ়িবলৈ দিম বুলিও কৈছিল। ডুবৰা তেতিয়া কাটন কলেজৰ অধ্যাপক। পিচত অৱসৰ গ্ৰহণ কৰি শিৱসাগৰৰ নিজ ঘৰত জিৰণি লোৱা সময়ত বিচাৰ কৰি আমি উক্ত উপন্যাস সাহিত্য সম্বন্ধীয় গ্ৰন্থখনি নাপালো। পাণ্ডুলিপিখন কি হল সি অজ্ঞাত।

ডুৱৰাৰ মতে সমালোচনা সাহিত্যত সন্নিৱিষ্ট 'উপন্যাস' প্ৰৱন্ধ একে নামৰ পুথিখনৰে চমু ৰূপ। উপন্যাস সাহিত্যৰ আতিগুৰি বিচাৰি ডুৱৰাই প্ৰৱন্ধটোত লিখিছে"—যিদিনাৰ পৰাই মানুহৰ মনত গণতন্ত্ৰৰ ভাবেই পোন প্ৰথমে ভুমুকি মাৰিলে সেইদিনাখনৰ পৰাই উপন্যাসৰ আৰম্ভ হল বুলি ধৰিব পাৰি; কাৰণ উপন্যাসৰ ভেটিয়েই গণতন্ত্ৰৰ মূল সূত্ৰ।" আনহাতে তেওঁৰ মতে "উপন্যাস সমাজৰ দাপোন স্বৰূপ।" পাশ্চাত্য সমালোচনা সাহিত্যৰ আধাৰত ৰচনা কৰিছে যদিও ডুৱৰাৰ প্ৰৱন্ধত উপন্যাস সাহিত্যই ভাৰতীয় তথা অসমীয়া সমাজ জীৱনত দিয়া বৰঙনীৰ কথা স্পষ্ট।

বাঁহী প্ৰেছৰ 'উদ্বোধনী ভাষণ' ডুৱৰাৰ আন এটি মূল্যবান প্ৰৱন্ধ (৩০ শ বছৰ ১১শ ১২শ সংখ্যা বাঁহীত প্ৰকাশিত)। ডুৱৰা বাঁহী আলোচনীৰ জন্মলগ্নৰ লগত জড়িত। প্ৰৱন্ধটোত পোৱা যায় 'বাঁহী কাকতৰ জন্ম বৃত্তান্ত, বেজবৰুৱাৰ 'বীণ বৰাগী' কবিতা ৰচনাৰ গুৰি কথা। প্ৰবন্ধটিত বাঁহী কাকত, কেনেভাৱে কি পৰিস্থিতিত জীয়াই আছিল সেই কথাও উল্লেখ কৰিছে। ছাত্ৰসকলে কেনেদৰে জোনাকী যুগৰপৰা সাম্প্ৰতিক যুগলৈকে সাহিত্যচৰ্চ্চা কৰি আলোচনীবোৰ জীয়াই ৰাখিছে সেই কথা সুঁৱৰি ছাত্ৰ সমাজক কৃতজ্ঞতা জনাইছে।

বিনন্দচন্দ্ৰ বৰুৱাৰ 'প্ৰতিধ্বনি' কবিতা পুথিখনিৰো পাতনি লিখিছে ডুৱৰাই। বৰুৱাৰ কবিতাৰ বিভিন্ন ধাৰা আৰু বৈশিষ্ট্য সম্পৰ্কে থুলমূলকৈ আলোচনা কৰিছে। বৰুৱাৰ কবিতাৰ অন্যতম বৈশিষ্ট জতুৱা ছাব, ডুৱৰাৰ আলোচনাত সেই কথা স্পষ্ট। 'বিনন্দৰ কবিতাত ব্যৱহাৰ কৰা উপমা আৰু যোজনাবিলাক অতিকৈ ঘৰুৱা। সাধাৰণ চহাৰ মুখত উদৰি ফুৰা যোজনাবোৰ কেনেকৈ উচ্চ কবিতাৰ অলঙ্কাৰ বুলি সজাব পাৰি বিনন্দই প্ৰথম দেখুৱাইছে।'

ছকুৰি পৃষ্ঠাৰ ডুৱৰাৰ সাহিত্য সভাৰ সভাপতিৰ ভাষণখনি 'সাহিত্যৰ গুৰি কথা' শীৰ্ষক আলোচনাৰ বিষয়বস্তু সাহিত্য সৃষ্টিৰ উৎসৰ কথা। স্মৃতিৰ পৰশত আগঠাই পাইছে কবিৰ বাল্যকালৰ কবিতা ৰচনা, আনৰ পৰা পোৱা প্ৰেৰণা আৰু আনৰ সন্নিধ্যৰ কথা।

বৰ্ত্তমান অসমীয়া সাহিত্যৰ স্বৰূপ আৰু সমস্যাসমূহ আলোচনা কৰোতে নতুন কবিতাৰ ওপৰত ডুৱৰাই সাহসেৰে মন্তব্য দাঙি ধৰিছে। নতুন কবিতাৰ আলোচনাৰ ক্ষেত্ৰত তেওঁৰ নিৰ্ভীকতাৰ পৰিচয় প্ৰকাশ পাইছে। গদ্য সাহিত্য, জ্ঞানবিজ্ঞানৰ সাহিত্যৰ সন্দৰ্ভত ভাষা সমস্যা, পৰিভাষা সমিতি, ভাষা-বিজ্ঞান চৰ্চ্চা, প্ৰাচীন সাহিত্যৰ প্ৰকাশ আৰু উদ্ধাৰ, অভিধান আৰু জ্ঞানকোষ আদি বিভিন্ন



শিতানত ভাষা সাহিত্যৰ ঘাই সমস্যাবোৰৰ কথা আলোচনা কৰিছে। সামৰণিত লিখিছে—"সাহিত্যৰ বিষয়ে তাত্ত্বিক আলোচনা কৰাতকৈ মই মোৰ ভাষণত উপস্থিত সমস্যাবোৰহে আলোচনা কৰিছো—এই বাবেই যে আমাৰ চাৰিওফালে সকলোৱে কাম কৰিছে আৰু আগবাঢ়ি গৈ আছে; আমিহে নিষ্ক্ৰিয় নীৰৱ হৈ বহি আছো।"

জয়মতী উছৱৰ ভাষণ ডুৱৰাৰ এখনি উল্লেখযোগ্য ৰচনা। ভাষণত ডুৱৰাই লিখিছে—"স্বদেশ প্ৰেম, দেশ প্ৰেম অনুভূতিৰ বস্তু। সাধাৰণ সহজ অনুভূতিৰে ইয়াক উপলব্ধি কৰা টান। প্ৰাণত যেতিয়া ইয়াৰ প্ৰেৰণাৰ সঞ্চাৰ হয় তেতিয়া মানুহে আপোন পৰ সকলো পাহৰি যায়। যিবিলাক কাম সাধাৰণতে আমাৰ চকুত কঠোৰ বা অসহনীয় বোধ হয় সেইবিলাক কামেই ইয়াৰ বাবে সহজসাধ্য হৈ পৰে।"

'ডাং বৰলাৰ কেচুৱা দৰ্শন' ডুৱৰা ডাঙৰীয়াৰ এটি মনোৰম গল্প। গল্পটো সম্পূৰ্ণ নিভাজ গাৱলীয়া পৰিবেশত ৰচনা কৰা। ডাং বৰলা কবিয়ে কেচুৱা দৰ্শন কৰিবলৈ মোমায়েকৰ ঘৰলৈ গৈ কেচুৱা চাইয়ে মন্তব্য কৰিব লগা হল। কবিৰ এতিয়া মহা বিপদ, কি বুলি কয়। সকলোকে সন্তুষ্ট কৰিবলৈ গৈ কবলৈ আৰম্ভ কৰিলে "নাকটো বাপেকৰ দৰেই হৈছে। তলৰ থুতৰিটি মাকৰ দৰে, কাণ দুখন মোমাইৰ দৰে, চকুযোৰ মাহীৰ দৰে, গাল দুখন—।" আৰু কবলৈ নৌপাওঁতেই ভেকাহি খাই আঁতৰি আহিব লগা হল। সেইবাবে কবিৰ বাবে "টান টান তিনিটা কথা টান ৰজাৰ আগত কথা কোৱা টান, মদাৰ গছত উঠি পাণ পৰা টান, আৰু কাঁইট মাছ বচা টান। মোৰ হলে ইয়াৰ লগতে আৰু এবাৰি লগাই দিবৰ মন যায় ডাং বৰলাৰ কেচুৱা দৰ্শনো টান।" ডুৱৰাই কিন্তু নিজে গল্প বুলি কোৱা নাই। "মোৰ প্ৰৱন্ধ এটা ওলাইছিল। নাম ডাং বৰলাৰ কেচুৱা দৰ্শন। অৱশ্যে গল্প কবিতা নহয়।" চাৰ্লচলেম্বৰ 'ড্ৰিম চিল্ডৰেণ'ৰ সাদৃশ্য গল্পটোত দেখা যায়। ডুয়োজনা সাহিত্যকে চিৰকুমাৰ।

ডুৱৰাৰ গদ্য ৰচনা সৰহ নহয়। তেওঁৰ ৰচনাত আলোচ্য বিষয়ৰ থুলমুল আভাস পোৱা যায়। তেওঁৰ গদ্য ৰচনা শ্ৰুতিমধুৰ আৰু কাব্যগন্ধী।

# ব্যক্তিত্বৰ কেইটামান দিশ

কাব্যযোগী দুৱৰাৰ জীৱন বহুতৰ মনতে এটি সাঁথৰ। সেই সাঁথৰৰ ৰহস্যৰ বহুতে বহুধৰণে ব্যাখ্যা দিব বিচাৰে। কোনোৱে কয় দুৱৰা পলায়ন বাদী, কোনোৱে কয় দুৱৰা নিৰাশাবাদী। এই পলায়নবাদ বা নিৰাশাবাদৰ উহ বিচাৰি বহুতো কথাৰ ব্যাখ্যা দিয়া দেখা যায়। জীৱদ্দশাত হোৱা এনে তৰহৰ সমালোচনা বিলোচনাৰ প্ৰতি দুৱৰাই আক্ষেপ কৰিছিল। দুৱৰাক সোৱণীত দেউতাকে হেনো নাম ৰাখিছিল নিজৰ নামৰ লগত মিলাই শিৱসুন্দৰ দুৱৰা। পিচত শিৱসুন্দৰৰ ঠাইত হলগৈ যতীন্দ্ৰনাথ। কলিকতা চহৰত সেই কথাকে অধ্যক্ষ তীৰ্থনাথ শৰ্মাৰ আগত কৈ আক্ষেপ কৰিছিল—"এতিয়া পিচে ডেকা সমালোচকবিলাকে পাই সেই হেৰোৱা নামটোকে বিকৃত কৰি মোক শোক সুন্দৰ দুৱৰা নাপাতিলেই ৰক্ষা।"

দুৱৰা সৰুৰেপৰা আছিল লাজকুৰীয়া আৰু অভিমানি। ডক্টৰ কাকতিয়ে দুৱৰাৰ প্ৰকৃতি সম্পৰ্কে লিখিছে—"বয়সত চল্লিশৰ দুৱাৰদলি পাৰ হলেও দুৱৰা চিৰতৰুণ, হাঁহি বিৰিঙা মুখ, কোমল প্ৰাণ, অনাবিল চৰিত্ৰ, লাজুকি লতাতকৈয়ো লাজকুৰীয়া।" ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱাই লিখিছে—"লাগবোলা বস্তুটো নেপাই সৰু লৰাৰ দৰে ওফোন্দ পতা দুৱৰা কবিৰ অভ্যাস। ঠেহ লাগিবলৈ দিয়াতকৈ ভুকুকুৱাই নিচুকুওৱা উত্তম পন্থা।"

সৰুৰেপৰা দুৱৰা কবি অভিমানি। সৰুকালতে লিখা কবিতা দেউতাকে বেণুধৰ ৰাজখোৱাক দেখুৱাবলৈ কোৱাত আৰু ৰাজখোৱায়ো চাবলৈ ইচ্ছা কৰাত নেদেখাও তোমাক বুলি অভিমান কৰা, ঘৰৰ বনকৰা লৰাৰ ওপৰত অভিমান কৰি কেতিয়াবা নোখোৱাকৈয়ে স্কুললৈ যোৱা, অভিমান কৰি নিজে ৰচনা কৰা কবিতা ফালি পেলোৱা আদি অলেখ উদাহৰণ আছে।

আকৌ লাজকুৰীয়া কবিয়ে নিজৰ ৰচনা সম্বন্ধেটো কোনোকালে গৰ্ব্ব



নকৰিছিলেই বৰং আনক দেখুৱাবলৈকো লাজ কৰিছিল। হয়তো সেই সময়ৰ দুৱৰাৰ গুণমুগ্ধ কৰ্ণধাৰসকলৰ সান্নিধ্য নোপোৱা হলে আৰু তেতিয়াৰ কলিকতীয়া কলেজীয়া ছাত্ৰচামৰ নেবানেপেৰা চেষ্টা নোহোৱা হলে কিজানি তেওঁৰ কোনো ৰচনাই ছপাশালৰ বেহু ভেদ কৰিব নোৱাৰিলেহেঁতেন। "তেখেতৰ ৰচনা ভালেখিনি, কিন্তু তেখেতে লাজকুৰীয়া, ছপাবলৈ লাজ কৰে। ফটুৱৈ ধৰা দুই এখন পদ পুথি ছপাই, সেইবোৰকে আকৌ পাঠ্য পুথি নোহোৱাত সাময়িক পত্ৰিকাৰ পিঠি বখলা কৰা দুই এজন কবি টিলিকাৰ লগত দুৱৰাৰ প্ৰকৃতিৰ কি বৈপৰীত্য। আন এজনে গাতনি এখন জোৱা দিবলৈ গাত লোৱাতহে দুৱৰাই কথা কবিতা ছপাবলৈ মান্তি হৈছে" (ডক্টৰ কাকতি)। ডক্টৰ কাকতিৰ উক্তিত দুৱৰা কবিৰ প্ৰকৃতিৰ ভালেখিনি আভাস পোৱা যায়। ইচ্ছা কৰা হলে দুৱৰাই ভালেকেইখন পুথি ৰচনা কৰি ভাষা সাহিত্য চহকী কৰি যাব পাৰিলেহেঁতেন। নিজে পুথি লিখি আনক দেখুৱাই জহাই ফুৰাটো দূৰৰ কথা আনে তেওঁৰ সমুখত প্ৰশংসা কৰিলেও তেওঁ লাজহে কৰিছিল। প্ৰশংসা ভাল নোপোৱা মানুহ কেইজন আছে? কিন্তু দুৱৰাৰ সমুখত তেওঁৰ কবিতাৰ প্ৰশংসা কৰিলে 'এ থোৱা থোৱা' বুলি বাধাহে দিছিল। আৰু আপোনাৰ সেইখন কিতাপ বা সেইটো কবিতা ইমান ভাল লাগিছে বুলি বখানিলে 'এহ কিবা লিখিছিলো' বুলি সেই প্ৰসঙ্গ এৰাই যাব বিচাৰে। নিজক প্ৰশংসা কৰিলে ভাল পোৱাটো মানুহৰ দুৰ্ব্বলতা বুলি চিৰন্তন ধৰ্ম্ম বুলি কব পাৰি। কিন্তু দুৱৰাৰ দৰে নিস্পৃহ কবি সাহিত্যিক কেইজন?

দুৱৰা আছিল প্ৰকৃত কবি। তেওঁৰ কবি প্ৰতিভা প্ৰচেষ্টাৰ ফল নহয় স্বতস্ফুট। দুৱৰাৰ লগত যিসকলৰ চিঠিপত্ৰৰ আদান প্ৰদান আছিল, সেইসকলে নিশ্চয় জানে দুৱৰাই চিঠিৰ শেষতো প্ৰায়ে কবিতাৰে আশীৰ্ব্বাদ এজোলোকা দিয়ে—

পূৰ্ণিমাৰ জোনালী ৰাতিয়ে
ধৰণীত সুষমা ঢালক
জীৱনত তোমাৰ পথত
সৰগৰ আশীষ নামক।

এইষাৰ আশীৰ্ব্বাদ আমাৰ দৰে বহুজনে দুৱৰাৰপৰা লাভ কৰিছিল। দুৱৰাই যেতিয়া কবিতা লিখে, তেতিয়া বহু সময়ত নিজকে পাহৰি যায়। ওমৰ খায়ামে ৰুবায়ত ৰচনা কৰিছিল এৰা ধৰাকৈ। আৰু দুৱৰাই ওমৰ তীৰ্থ অনুবাদ কৰিছিল একেৰাহে নেৰানেপেৰাকৈ ছদিনৰ মূৰত।

হুৰৰাই ৰচনা কৰা ভালেমান কবিতা নিজেই ফালি পোলোৱা বুলি শ্ৰীযতিনাৰায়ণ শৰ্মালৈ লিখা চিঠিত উল্লেখ কৰিছে—

কলিকতা, ১৯৪২

…মোক কবিতা ফালিবলৈ মানা কৰিবলৈ তুমি তীৰ্থলৈ ( অধ্যক্ষ তীৰ্থনাথ শৰ্মা ) লিখিছা—মোৰ সেই অভ্যাস সম্বন্ধে তেওঁ এতিয়ালৈকে নাজানিছিল আৰু সেই দেখিয়ে মিছা বুলি ভাবিছিল। আৰু তোমালৈকো তেনেদৰে লিখিছিল। সেইদিনাখন এই বিষয়ে মোক সোধাত মই কলো যে মোৰ ওলোৱা কবিতা-বোৰতকৈ ফলাবিলাকৰ সংখ্যা বেছি…। মোৰ মনেৰে আজিকালি সেই অভ্যাসটো বেছি কৰা উচিত—মানুহটো দূৰতেই আনকি সৰগৰ দেৱতায়ো গমকে নোপোৱা কৰি কৰিব লাগিব।

কলিকতা, ২৩।১২।৪২

মোৰ আগৰ যি কেইটা কবিতা লিখা আছে সেইবোৰ বৰ্ত্তমান যুগৰ উপযোগী নহয় বুলি মই ভাবো। সেই কাৰণে সেইবোৰ নষ্ট কৰিলো। সেইবোৰ মই বয়সত লিখা কবিতা এতিয়া ওলালে মানুহে ঠাট্টাহে কৰিব। সেইদেখি সেইবোৰ বাদ দিলো। শেহত এটা কথা তোমাক কওঁ যে কল্পনাৰ জগত বাস্তৱ জগততকৈ বহুত পৃথক।

এনেভাবে হুৰৰাই ভালেমান কবিতা ফালি পেলাইছে। ৰাতি বাৰমান বজালৈকে কবিতা লিখি ৰাতিপুৱা ফালি পেলায়। যেতিয়া কবিয়ে আবেগ অনুভূতিৰ প্ৰাবল্যত বৰ নোৱাৰা হয় তেতিয়া কবিয়ে কবিতা লিখে। ভালেমান কবিতা হেনো চকুপানী টুকি টুকি লিখা ; কেতিয়াবা লিখাৰ পাচত আকৌ কান্দি পেলায়। ভয় কৰিছিল কিজানি কবিতা পঢ়ি কোনোবাই ভুল বুজে। কবিতা ফালি পোলোবাৰ কাৰণো তেওঁ নিজে স্পষ্টভাবে লিখিছে—

……মানুহৰ জীৱনত ( অন্তত মোৰ ) তুহ পতানৰ ভাগেই বেছি। গোট ধান খুব কম। খুব কম মানুহৰ জীৱনতহে তুহ পতানৰ ভাগ কম পাবা। সেই দেখি তুহ পতানবোৰ চালিজাৰি পেলাই দিয়া উচিত নহয় জানো ? সেই দেখিয়ে বেছিভাগ কবিতা ফালো আৰু এটা কাৰণ, মই মোৰ নিজৰ কবিতা যিমান ভাল পাওঁ অইনে জানো তেনে পাব। তোমাৰ মৰমৰ বস্তু এটা আনৰ হাতত অনাদৰ দেখিলে তোমাৰ জানো বেয়া নালাগিব। এনেবোৰ কাৰণতে মই কবিতা হুলিয়াও আৰু লেখাৰ কথাও বৰকৈ মানুহক নকওঁ।

৪।৩।৪২



চিঠিৰ পৰাই গম পোৱা যায় হুৰৰাই মাজে মাজে দুই এটা ইংৰাজী কবিতাও লিখিছিল। ৰাতি বাৰমান বজাত লিখা কবিতা কোনোবাই দেখিব বুলি ৰাতি-পুৱা ফালি পেলাইছিল। কবিয়ে বৰ ভয় কৰিছিল কবিতা পঢ়ি মানুহে ভুল বুজে বুলি। ওমৰতীৰ্থ পঢ়িয়ে নিজৰ পেহীয়েক এজনীয়ে বোপায়ে বিয়া-বাৰু নকৰাই মদটুপি খাই খাই কবিতা লিখিছে বুলি কৰা অভিমতৰ কথা ইতিপূৰ্ব্বে উল্লেখ কৰিছো।

হুৰৰাৰ সৰহ ভাগ কবিতাৰে সুৰ বা ধাৰা একেটাই। তেওঁ ভাবিছিল কিজানি তেওঁৰ এই একেটা সুৰ বা ধাৰাই পাঠকক আমনি দিয়ে। "জীৱনৰ পৰা কবিতা ইত্যাদি সকলোকে বিদায় দিলো। মোৰ লিখাৰ এটো ধাৰাই মানুহক আমনি লগাইছে। সেইদেখি তুনাই আমনি দিব নোখোজো। (২৩।১১।৪৩)

হুৰৰাই যি কেইটা কবিতা আন বিষয়বস্তুৰ ওপৰত ভেটি কৰি ( শ্ৰীশঙ্কৰ দেৱ, সতী জয়মতী, অসমত আজি লক্ষ্মীনাথ নাই, আৰতি ) ৰচনা কৰিছিল, আটাই কেইটিয়ে বিশেষ পৰিস্থিতিত পৰি ৰচনা কৰা। সামাজিক নাইবা ৰাজনৈতিক কোনো ধৰণৰ পৰিস্থিতিয়ে হুৰৰাক প্ৰভাবান্বিত কৰিব পৰা নাছিল।

১৯৪৩ খৃঃৰ বঙ্গদেশৰ দুৰ্ভিক্ষত লাখ লাখ মানুহৰ মৃত্যু হোৱা সত্বেও কবিৰ কাণত কোনো ধৰণৰ প্ৰতিক্ৰিয়াৰ চিন দেখা নাযায়। কবিয়ে এটি কবিতাও ৰচনা কৰা নাছিল। কবিৰ মৰমৰ অমূল্য বৰৰাই হেনো সেই কথা কবিক সোঁৱৰাই দিছিল। ঠিক তেনেকৈ ১৯৪৬ খৃঃৰ কলিকতা মহানগৰীৰ সাম্প্ৰদায়িক সংঘৰ্ষত হাজাৰ হাজাৰ লোকৰ নৰ শোণিতেৰে মহানগৰীৰ ৰাজপথ ৰাঙলী হোৱা সত্বেও কবিৰ কাপত কোনো চিন বৈ যোৱা নাই। অথচ এই সংঘৰ্ষতে মৰমৰ অমূল্য বৰুৱাক চিৰদিনৰ বাবে হেৰুৱালে।

কবিৰ মতে 'জীৱনৰ একোটি মহিমাময় মুহূৰ্ত্ত অনাহকীয় জীৱন একোটিতকৈ বেছি মূল্যবান।" জীৱনৰ মহিমাময় মুহূৰ্ত্তৰ স্মৃতি ৰোমন্থন কৰোতেই কবিৰ সৰহ ভাগ কবিতাৰ জন্ম। জীৱনত অতীতক লৈয়ে আপোন পাহৰি আছিল। ভবিষ্যত এন্ধাৰ ৰহস্যৰ বুকুত। 'ভবিষ্যৰ ভাৱনা বাঢ়িয়ে যায়।' "তুমি মোৰ পৰা অতীতক কেনেকৈ কাঢ়ি নিবা। মোৰ তো ভবিষ্যত নাই। মোৰ অতীতেই ভবিষ্যত।"

আনৰ অনাদৰ অৱহেলা আচলতে কবিৰ সহ্য নহৈছিল। আনে বেয়া বুলিলেও সহিব নোৱাৰিছিল। কবিয়ে নিজেও আনক কেতিয়াও অনাদৰ নকৰিছিল, বেয়া নুবুলিছিল—"মই বৰ অভিমানী। বেগতে চকুৰ পানী ওলায়

আৰু বেজাৰ পাওঁ।……সেই দেখিয়েই কৈছো মোৰ জগতলৈ অহা মহা ভুল হৈছিল আৰু থকাটোও ভুল।" (২৩৷২৷৪২)

দুৱৰা মানুহজন এনেভাবে নিজৰ ৰচনাৰ ( কবিতা, কথা কবিতা আৰু চিঠি ) মাজতে লুকাই আছে। লাজকুৰীয়া আৰু অভিমানী কবিজনাৰ জীৱনত কোনো ধৰণৰ উচ্চ আশা আকাঙ্ক্ষা নাছিল। মাথোন বিচাৰিছিল এটি আকলশৰীয়া জীৱন।

"কল্পনাময়ী জীৱনত কোনো দিনে ডাঙৰ মানুহ হবৰ আশা কৰা নাছিলো আৰু ইচ্ছাও নাছিল। সেই কাৰণে মোৰ 'অতীত' বা আত্মজীৱনী দিবৰ সমল নাই। যাৰ দিলে জগতত উপকাৰ হয় সেইসকলে দিছে আৰু ভবিষ্যতে দিও থাকিব। মোৰ অতীত আঁতৰি গল আন্ধাৰ গুহাত।"



# চিৰকুমাৰ দুৱৰা

'অকলই ওমলো জমালো
অকলই পাতিছো সংসাৰ'

আন কাম মানুহে সঙ্গী নেহোৱাকৈ অকলে কৰিব পাৰিলেও সংসাৰ পাতিবলৈ হলে মানুহে অকলে নোৱাৰে। পুৰুষক নাৰীৰ আৰু নাৰীক পুৰুষৰ সঙ্গ লাগিবই। দুৱৰাৰ জীৱনত এই অসম্ভৱ সম্ভৱ হ'ল কেনেকৈ ? কবিয়ে অকলশৰে সংসাৰ পাতি চিৰকুমাৰ হৈয়ে আজীৱন কটালে কিয় ? আৰু এইবাবেই দুৱৰাৰ জীৱন সকলোৰে মনত এটি সাঁথৰ। কবিয়ে ঘৰ সংসাৰ নাপাতি সুদূৰ কলিকতা মহানগৰীত কিয় কাব্যদেবীৰ উপসনা কৰিয়ে কাল কটালে এই ৰহস্যৰ পম খেদি আমি অকল এটা সিদ্ধান্ততে উপনিত হব নোৱাৰো। তেওঁৰ জীৱনৰ বৈৰাগ্যৰ মূলতে যে সামাজিক, পাৰিবাৰিক আৰু মানসিক সংঘাট সেই বিষয়ে অস্বীকাৰ কৰিব নোৱাৰি। দুৱৰা কবি লাজকুৰীয়া, আলসুৱা আৰু অভিমানী। তেওঁৰ জীৱনৰ বৈৰাগ্যৰ কাৰণো কেবাটাও।

দুৱৰাই নিচেই লৰা কালতে শিক্ষাৰ মাধ্যম হিচাপে গ্ৰহণ কৰিব লগা হৈছিল মাতৃভাষাৰ সলনি বঙালা ভাষা। মাতৃভাষা পঢ়িব নোপোৱা বাবে শ্ৰেণীত বঙালী শিক্ষকৰ ওচৰত হুকহুকাই কান্দি দিছিল। সেই কথা আমি ইতিপূৰ্ব্বে উল্লেখ কৰিছো। দুৱৰাৰ শিশু মনত এইখিনিতে আহি পৰিছিল হতাশা, বিষাদ, বেদনা। কুমলীয়া বয়সতে অন্তৰত ঠাই পোৱা হতাশা বিষাদ বেদনাই পিচৰ জীৱনৰ সংঘাট তীব্ৰ কৰি তোলাটো স্বাভাৱিক।

কথা কবিতাৰ আৰম্ভণীতে 'এখনি চিঠিত' তিনিজন বন্ধুৱে ৰাতিপুৱা ৰংমনেৰে লুইত চাবলৈ যোৱাৰ কথা স্মৰণ কৰিছে। লুইতৰ পাৰ পাই আনন্দত আত্মহাৰা তিনিওজনে উলাহতে বালিভাত খাই লুইতৰ বহল ধাৰ পানীত তিনিখন নাও মেলি দিছিল "এনেদৰে গৈ থাকোঁতে এজনৰ নাওখনি চাতকৰে কেনিবাদি আঁতৰি গল—আন দুজনে বহুত পৰ বিচাৰিও তাৰ একো উৱাদিহ নাপালে। তেওঁলোকৰ আনন্দৰ জ্যোতি ম্লান পৰিল। পুৱাৰ সেই উছাহ কমি আহিল। অলপ পৰ গৈ ঘাট এটা পাই আনজনেও তাতে তেওঁৰ নাও বান্ধিলে—কিন্তু ইজনে নোৱাৰিলে। সোঁতৰ টানে তেওঁৰ নাও উটাই লৈ গ'ল। এতিয়াও তেওঁ সোঁতৰ মাজত নাৰৰ বুকুত।"

এই তিনিজন লগৰীয়া বলীন খাওন্দ, ৰাধিকানন্দ চৌধুৰী আৰু কবি দুৰ্গাপ্ৰসাদ। শ্ৰীযতিনাৰায়ণ শৰ্ম্মাৰ মতে দ্বিতীয়জন ৰোহিণীকুমাৰ চৌধুৰীহে, ৰাধিকানন্দ চৌধুৰী নহয়। তেতিয়া তেওঁলোক কলেজীয়া ছাত্ৰ। কেনেবাকৈ তিনিওজন এজন সন্ন্যাসীৰ দ্বাৰা প্ৰভাবান্বিত হল।

'চাতকৰে আঁতৰি যোৱাজন বলীন খাওন্দ। বলীন খাওন্দ সন্ন্যাসীৰ দ্বাৰা বাৰুকৈয়ে প্ৰভাবান্বিত হৈ চিৰদিনৰ বাবে নিৰুদ্দেশ হৈ গ'ল। পিচত কোনো শুং সূত্ৰই পোৱা নগল। 'ঘাট পাই নাও বন্ধা'জন ৰাধিকানন্দ চৌধুৰী। ৰাধিকানন্দ চৌধুৰীও নিৰুদ্দেশ হৈছিল, যদিও পিচত তেওঁক পোৱা গ'ল। সোঁতৰ মাজত নাৱৰ বুকুত থকাজনেই কবি দুৰ্গাপ্ৰসাদ। দুৰ্গাপ্ৰসাদেও দীঘল চুলি ৰাখি যাত্ৰাৰ প্ৰস্তুতি চলাইছিল পিচত যেনিবা বেজবৰুৱাই কেনেবাকৈ গম পাই দীঘল চুলি কাটি সেই যাত্ৰাৰ পৰা ৰক্ষা কৰিলে। ৰক্ষা কৰিলে যদিও হেৰাই যোৱাজন আৰু ঘাটত নাও বন্ধাজনৰ দৰে কবিৰ আৰু সংসাৰ কৰা নহল চিৰকুমাৰ হৈয়ে থাকিল। পুৰনি বন্ধুত্ব সুঁৱৰি ৰাধিকানন্দ চৌধুৰীৰ নামত কথা কবিতাখন উচৰ্গা কৰিছে।

১৯১৭ খৃঃত দুৰ্গাপ্ৰসাদৰ দুগৰাকী বৰ নবৌ, মাজু নবৌ ২৪ ঘণ্টাৰ ভিতৰতে অগা পিচাকৈ লোকান্তৰ হয়। কিছুদিন পিচতে মাজু ককায়েক নন্দলাল দুৰ্গাপ্ৰসাদো লোকান্তৰ হয়। এই দুগৰাকী বৰ নবৌ আৰু মাজু নবৌয়ে দুৰ্গাপ্ৰসাদক মাকৰ সমানে মৰম কৰিছিল, সৰু কালত খুৱাব পিন্ধাব লাগিছিল। তেওঁলোকৰ মৃত্যু দুৰ্গাপ্ৰসাদৰ জীৱনৰ চৰম আঘাত। ইয়াৰ পিচত মাকে যেতিয়া তেওঁৰ বিয়াৰ কথা কৈছিল তেতিয়া তেওঁ নবৌৱেকসকলৰ কথা কৈ দুখ কৰিছিল আৰু কৈছিল "বিয়া কৰিলে কি হব, দেখিছো নহয় সিহঁতৰ অৱস্থা।"

বিয়াৰ কথা কলে তেওঁ আকৌ কৈছিল, তেওঁক হেনো এজন দৈৱজ্ঞই হাত চাই কৈছে "পূৰ্ব্ব জন্মত তেওঁ হেনো এজন চিকাৰী আছিল। এবাৰ চিকাৰ কৰিবলৈ গৈ এজনী গাভিনী হৰিণী বধ কৰিলে। বিয়া কৰালে গাভিনী হৰিণী-জনাৰ দৰে মনোকষ্ট পাব লাগিব। সেইবাবে বিয়া নকৰায়।" এনেবোৰ কাৰণতে দুৰ্গাপ্ৰসাদৰ ঘৰ সংসাৰৰ প্ৰতি আকৰ্ষণ নোহোৱা হল।

"অৰুণোদয় জীৱনৰ এটি শুকতৰা মাথোন" ( কথা কবিতা বাটকৰা )। এই অৰুণোদয়ৰ তাৎপৰ্য্য বিচাৰি ডক্টৰ কাকতিয়ে প্ৰশ্ন কৰিছিল—"ইৰভচয়ৰ্থৰ নৱ-প্ৰভাত নে বিয়েট্ৰিছৰ উদয়ত ডান্টেৰ নৱজীৱন।" অৰুণোদয়ৰ তাৎপৰ্য্যৰ অন্তৰালত কবিৰ জীৱনৰ সাঁথৰ লুকাই থকা যেন লাগে।

কবিৰ জীৱন ৰহস্যৰ ক্ষণিক পৰিচয় ৰূপকৰ চলেৰে বনফুলৰ শিলটিৰো সপোন



ভাগিল কবিতাত প্ৰকাশ পাইছে। পৰ্ব্বতৰ পদ প্ৰান্তত নিৰলে পৰি থকা শিলচটা কবিৰ জীৱনৰে প্ৰতীক। লহপহকৈ বাঢ়ি অহা লতাডালি শিলটিৰ বুকুৰে বগাই অহাত সঁচাকৈয়ে সিদিনা শিলটিয়ে পাহৰি গল।

পাহৰিলে সেইদিনা জীৱন মৰণ
মৰমতে ভোল গই, বুকুৰ বেহানি লই
কুমলীয়া লতাডালি কৰিলে বৰণ
সঁচাকৈয়ে পাহৰিলে জীৱন মৰণ।

শিলটিৰ সেই মিলন আছিল দুদিনীয়া। পাৰতে আছিল আকাশ ধিয়াই থকা পত্ৰে পুষ্পে জাতিষ্কাৰ হৈ এজোপা গছ। প্ৰকৃতিৰ জেউতি চৰাই থকা গছডালি পাই লতাডালি আপোন পাহৰা হৈ সাবটি ধৰিলে।

উলাহতে লতাডালি আগবাঢ়ি যায়
গছৰ ওচৰ চাপি হিয়াতেই হিয়া থাপি
হেঁপাহে সাবটি ধৰি মুখলৈ চাই।

তেতিয়া শিলৰ সপোন ভাগিল। শিলটিয়ে যেনেভাবেই আছিল, তেনেভাবেই পৰি থাকিল। কিন্তু চিৰদিনলৈ থাকি গল লতাডালি বগাই যোৱা এটি দ সাঁচ।

বুকুত লগোৱা সাঁচ মাথো পৰি ৰল
মৰমৰ সুৰ তাৰ কেনি উৰি গল।

ডেকা বয়সৰ দ সাঁচ কবিৰ অন্তৰৰপৰা সাঁচ নগল। কিন্তু কবিয়ে বুকু খুলি সেই সাঁচ কাকো নেদেখুৱালে। নিজেই নিজৰ দুখৰ ভাগি হল।

সেই দিন ধৰি কবি বলিয়া বৰাগী
ঘূৰি ফুৰে স্মৃতি শ্মশানত।

কবিয়ে কিন্তু হেৰোৱা অতীতক ৰোমন্থন কৰি পুনৰ বেদনাৰ বোজা গধুৰ কৰিব নিবিচাৰে। অতীতক সুঁৱৰি মিছাতেই নিজেই দুখ পোৱা বা চকুলো টোকাতকৈ অতীতক পাহৰি পোলাৱাটোয়ে মঙ্গল। আনৰ দুখ বেদনাৰ ভাগ লবলৈকো কবিৰ শক্তিৰ অভাৱ। আনৰ দুখ সুখৰ লগত কবিয়ে সুৰ মিলাব নোৱাৰে। কবি নিজক লৈয়ে ব্যস্ত, আত্মকেন্দ্ৰিক।

মোৰ গান ময়ে গাওঁ
শুনি শুনি ময়ে তল যাওঁ
গানৰ শেষত
শুনোতা গাওঁতা দুয়ো
একে হৈ পাৰকে নাপাওঁ।

এই বেদনাৰ বোজাই যে কবিক সংসাৰ বিবাগী কৰি তুলিছিল সেই কথা অস্বীকাৰ কৰিব নোৱাৰি। কিন্তু কবিৰ বাহ্যিক চাল চলন ক্ৰিয়া কৰ্ম্মত কোনো ধৰণৰ প্ৰতিক্ৰিয়া দেখা নগৈছিল। কবিৰ কথাত কবি "জীৱন সাগৰৰ নিৰজন তীৰ নিজেই ভ্ৰমণ কৰিছিল। কবি আছিল সংসাৰৰ মাজত থাকিও সংসাৰৰ প্ৰতি নিস্পৃহ—

সংসাৰ বিবাগী সংসাৰ তিয়াগী
সংসাৰ মাজতে থাকো
সৃষ্টি পাতনিৰ ভঙা পতা ছবি
মনৰ মাজতে আঁকো।

সংসাৰৰ মাজত থাকিও দুৱৰা চিৰকুমাৰ হৈয়ে থাকিল। ঋষি মুনিয়ে আশ্ৰমৰ পৰিবেশত সংসাৰৰ প্ৰতি উদাসীন হৈ থকাত অস্বাভাৱিকতা একো নাই। কিন্তু কায়িক সৌন্দৰ্য্যত কতো কোনো ক্ষতি খুন নোহোৱা। দৰশিত সুন্দৰ গৌৰ কলেবৰ উচ্চ ডিগ্ৰীধাৰি দুৱৰা কোনো উচ্চ পদবিলৈ অভিলাষ নকৰি চিৰকুমাৰ হৈ থকা সাঁথৰৰ ৰহস্যৰ উহ মানুহে বিচৰা স্বাভাৱিক। দুৱৰা ডাঙৰীয়াৰ জীৱনৰ সংঘাট সম্ভৱত বেছি তীব্ৰ হৈছিল ডিব্ৰুগড়ৰ জৰ্জ্জ ইনষ্টিটিউটত কাম কৰাৰ সময়ত। সেই কথা ইতিপূৰ্ব্বে আলোচনা কৰিছো।

কবিৰ সমৰ্পণ কবিতাত শুনা যায় পাই হেৰুৱাৰ বিননি। কোনোবা জোনাক নিশা জুবিৰ পাৰত সুনীলিম আকাশৰ তলত দুৱৰিৰ দলিচাৰ ওপৰত কবিয়ে ৰচিছিল জীৱনৰ মধুৰ সপোন—

প্ৰেমৰ সপোন মোৰ
তুখনি হিয়াৰ একেটি কঁপনি
নপৰে সুখৰ ওৰ।

কবিৰ সপোন, সপোন হৈয়ে থাকিল। সপোনৰ শেষত কবিয়ে লাভ কৰিলে কি ?

শেষৰ অৰূপ ধন
মোৰ জীৱনৰ অযাচিত বৰ
তুমি দিয়া বীণখন।

তেতিয়াৰে পৰা স্মৃতি শ্মশানত হেৰুৱা ৰতন বিচাৰি ফুৰা কবি বলীয়া বৰাগী। কবিৰ অন্তৰ বীণৰ সুৰ স্বতঃস্ফূটভাৱে ওলায়ে আছে আবৰিত গতিত। কবিৰ কিন্তু পাই হেৰুৱাৰ আক্ষেপ আছে নে নাই সেই কথা স্পষ্টকৈ কোৱা নাই। মাথোন অনুৰোধ—



ধৰণীৰ কোলা এৰি আঁতৰি যেতিয়া যাম
থোৱা যেন তুমি মোক স্মৃতি মন্দিৰত।

কবি দুৱৰাই শুনাই যোৱা আপোন বীণৰ অন্তৰালতো লুকাই আছে জীৱনৰ বৈৰাগ্য কাৰণ। কিন্তু দুৱৰাৰ জীৱনৰ বৈৰাগ্যৰ কাৰণ অকল এটাই নহয় কেবাটাও। আৰু কবি যে অকল সংসাৰ পতাৰ ক্ষেত্ৰতে উদাসীন এনে নহয় সকলো ক্ষেত্ৰতে দেখা যায় কবি একেবাৰে উদাসীন, নিস্পৃহ। জীৱনত কোনো দিন মান-সন্মান, যশ-গৌৰৱৰ প্ৰতিও ভ্ৰূক্ষেপ কৰা নাছিল। ডেকা বয়সত কলিকতা মহানগৰীত অতীত ৰোমন্থন কৰিয়ে উদাসীন হৈ কাল কটালে। শেষ বয়সত ডিব্ৰুগড় কানৈ কলেজত কবি বৰ বেছি অকলশৰীয়া হল। ১৯৩৩ খৃঃৰ মটৰ দুৰ্ঘটনাৰ পিচৰে পৰা কবিৰ সঘনাই অসুখ হৈছিল। মাজে মাজে মূৰ ঘূৰাইছিল বমি হৈছিল আৰু দুৰ্ঘটনাত তালুখনত পোৱা আঘাতৰপৰা মাজে মাজে তেজো ওলাইছিল। ইয়াৰ উপৰিও ইটো সিটো অসুখ। তেতিয়া কবিয়ে অকলশৰীয়া জীৱনৰ বেদনা তীব্ৰভাৱে অনুভৱ কৰাটো স্বাভাৱিক।

শেষ বয়সত যদি কবিক আপোন ঘৰখনত ভতিজাকসকলে চপাই নললেহেঁতেন, তেতিয়া তেওঁৰ অৱস্থা পানীত হাঁহ নচৰা হলহেঁতেন। কবিৰ জীৱন হলহেঁতেন আৰু বেছি করুণ আৰু বেদনাদায়ক।

শেষ বয়সত কবিৰ স্মৃতিশক্তি একেবাৰে লোপ পাইছিল। এবাৰ চিনাকি হোৱা মানুহজনকে পিচ মুহূৰ্ত্ততে কোন বুলি সুধিছিল। একাকি কবিতাকে বাৰে বাৰে আওৰাই আছিল। কিন্তু শেষ বয়সতো কবিৰ ডেকাকালৰ ধুনপেচ এৰা দিয়া নাছিল। তেতিয়াও শুধবগা নিকাসাজ এযোৰ পিন্ধি হাতত ঘড়ি, চকুত চশমা, জেপত কলম, আঙুলিত আঙুঠি, ৰুমালত এচেন্স লৈ দৰা ওলোৱাদি সাজি কাচি ওলাইছিল।

আগ বয়সত যদি কোনোৱে নেৰা নেপেৰাকৈ লাগি থাকিলহেঁতেন তেতিয়া হলে আৰু কিছু ৰচনা পোৱা গলহেঁতেন। ওমৰতীৰ্থ লক্ষীধৰ শৰ্ম্মাৰ আৰু বনফুল, আপোন সুৰ ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাৰ প্ৰচেষ্টাত প্ৰকাশ হৈছিল।

জীৱনত তেওঁ কেতিয়াবা আঘাত পালে, সেই আঘাত সহজতে নাপাহৰিছিল। এদিন এজন বিশিষ্ট লোকৰ ঘৰলৈ গৈ বাটচৰাতে ডাঙৰ লৰাজনক পাই সুধিলে "তোমাৰ ভালনে"। লৰাজনে হেনো মুখখন গোমোঠা কৰি উত্তৰ দিলে 'ভাল'। পিচত দেউতাকে কিয় তেনেদৰে উত্তৰ দিছে সুধিলত উত্তৰত লৰাজনে কলে "মোক কিয় তেওঁ তুমি বুলিব, মই কিবা তেওঁৰ ছাত্ৰ নেকি"। তেতিয়াৰেপৰা দুৱৰাই কোনো মানুহকে সহজতে তুমি নুবুলিছিল।

জীৱনত সকলো ক্ষেত্ৰতে দুয়ৰা আছিল আত্ম-নির্ভৰশীল। লোকৰ ওপৰত ভৰষা কৰি কেতিয়াও নচলিছিল। নিজে আছিল বৰ সহজ সৰল। কলিক... ডিব্রুগড় যতেই কাম নকৰক সদায় আছিল অকলশৰে নিৰলে নীৰৱে। আনকি আবেলিও ফুৰিছিল মানুহ নোযোৱা নির্জ্জন ঠাইতহে।

দুয়ৰাৰ জীৱনৰ প্ৰধান বন্ধু কিতাপ। দেশ বিদেশৰ নানান ভাবৰ কিতাপ পঢ়ি ভাল পায়। কিতাপ পঢ়াটো তেওঁৰ অভ্যাসৰ ভিতৰত—"মানুহৰ প্ৰকৃত বন্ধু হৈছে কিতাপ। **Human friends may fail. But books will never**—মোৰ অকলশৰীয়া জীৱনত কিতাপৰ বাহিৰে আন কোন বন্ধু আছে ?" সেয়েহে শেষ বয়সত পোৱা ডক্টৰ ব্ৰন্সনৰ অভিধানখন আটোম টোকাৰিকৈ থৈছিল। তেওঁৰ জীৱনৰ এটি ডাঙৰ আক্ষেপ "ধন ভাণ্ডি কিনি অনা ভালেমান মূল্যবান কিতাপ পঢ়িবলৈ নি ঘূৰাই নিদিলে।" আনকি তেওঁৰ পৰা নিয়া দুই এখন কিতাপ কলিকতাৰ ফুটপাথৰ দোকানৰ পৰা পুনৰ কিনি লৈছিল।

দুয়ৰাই যদিও বিলাতী স্নো পাউদাৰ ব্যৱহাৰ কৰিছিল আনহাতে আমাৰ অসমীয়া পিঠা পনা বৰ ভাল পাইছিল। ঘিলা পিঠা আৰু চুঙা পিঠা তেওঁৰ বৰ প্ৰিয়। আনহাতে ঢেকীয়া শাক, ঔটেঙা কচুও বৰ প্ৰিয়। অসমৰ পৰা যাবৰ সময়ত সদায় দুখ কৰি যায়, কলিকতাত কত চুঙা পিঠা ঘিলা পিঠা ঔটেঙা পাব। ডিব্রুগড়ত থকা সময়ত ঘৰলৈ খবৰ পঠিয়াই ঘিলা পিঠা চুঙা পিঠা লৈ গৈছিল। অসমীয়া টেকেলীৰ গুৰো বৰ প্ৰিয়। উখোৱা জহা চাউলৰ ভাত খাই বৰ ভাল পায়। ডিব্রুগড়ত থকা সময়ত সক নবৌয়েকে মাজে মাজে উখোৱা জহা চাউল পঠিযায়। দুয়ৰাই বিবিধ মচলা দিয়া আঞ্জা সিমান ভাল নাপাইছিল। সিজোৱা বস্তুহে অধিক ভাল পাইছিল।

'হাঁহি বিৰিঙা অথচ লাজকুৰীয়া স্বভাৱৰ' এইজনাই কাব্যযোগী কবি দুয়ৰা। জীৱনত বেদনা হতাশা আৰু নোপোৱাৰ গধুৰ বোজা বহন কৰিও কবিয়ে সমগ্ৰ জীৱন উচৰ্গা কৰি গ'ল শিক্ষা আৰু সাহিত্য সাধনাৰ পবিত্ৰ মন্দিৰৰ চাৰিবেৰৰ মাজত। কবিৰ কথাৰেই কবলৈ হলে কবিৰ ব্যক্তিত্ব আৰু প্ৰতিভাৰ কথাও লিখি শেষ কৰিব নোৱাৰি। তেওঁৰ কথাৰেই কব পাৰি—

"কান্দা অসমীয়া ইনাই বিনাই
কান্দা অসমীয়া হিয়া ভুকুৱাই
বিষাদ বাতৰি বতাহে বিলায়
অসমত আজি যতীন্দ্ৰনাথ নাই।"